# বাগ্মীবৰ নীলমণি ফুকন




সম্পাদক

যোগেন্দ্ৰনাৰায়ণ ভুঞা




অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট : অসম

BĀGMIBAR
NILMONI PHUKAN

*A colletion of critical studies on the life and activities of late Nilmoni Phukan, edited by Jogendranarayan Bhuyan, and published on occasion of Phukan's birth centenary by Sri Nagen Saikia, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat-1, Assam June 22, 1980.*



॥ প্ৰকাশক ঃ শ্ৰীনগেন শইকীয়া, প্ৰধান সম্পাদক, অসম সাহিত্য সভা ॥
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১ ॥
প্ৰথম প্ৰকাশ ঃ ২২ জুন, ১৯৮০ খ্ৰীষ্টাব্দ ॥

মুদ্ৰক ঃ প্ৰেষক, গুৱাহাটী-১

মূল্য ঃ দহ টকা



## প্ৰকাশকৰ নিবেদন

বাগ্মীবৰ নীলমণি ফুকন বুলিলেই চাঁৎকৈ চকুৰ আগত জিলিকি উঠে বগলী পাখীযেন বগা খাদৰৰ চুৰিয়া, পাঞ্জাবী আৰু গান্ধী টুপীৰে, পকা থেকেৰাৰ বঙৰ এখন মুখ, কানত বাজি উঠে উদাত্ত, গম্ভীৰ কণ্ঠস্বৰ।

প্ৰসিদ্ধ খাৰঘৰীয়া ফুকনৰ ঘৰত নীলমণি ফুকনে জন্ম গ্ৰহণ কৰিছিল ১৮৮০ খৃষ্টাব্দৰ ২২ জুন তাৰিখে। ১৯৮০ চনৰ ২২ জুনৰ দিনা জন্মৰ শতবৰ্ষ পূৰ্ণ হোৱাৰ আগতেই ১৯৭৮ চনৰ ২১ জানুৱাৰী তাৰিখে শেষ নিশ্বাস ত্যাগ কৰিলে আৰু চিৰকুমাৰ ফুকনে অসমত এৰি থৈ গ'ল তেওঁৰ লাখ লাখ নাতি-নাতিনীক। সকলোৰে মৰমৰ 'ককা' হৈ পৰা নীলমণি ফুকনৰ বাবে সমগ্ৰ অসমখনেই হৈ পৰিছিল ঘৰ।

অসম আৰু অসমীয়া জাতিৰ বৰ্ত্তমান ভবিষ্যতৰ চিন্তাত উদগ্ৰীৱ, ভীষ্ম-প্ৰতীম এই গৰাকী লোক আছিল অসমৰ শিক্ষা, সাহিত্য, সংবাদ-সেৱা, ৰাজনীতি আৰু ৰাজহুৱা জীৱনৰ এটা শতিকাৰ অন্যতম নায়ক স্বৰূপ। নীলমণি ফুকনে য'তেই অসমীয়া জাতিৰ স্বাৰ্থ ক্ষুণ্ণ হোৱা দেখা পাইছিল, ত'তেই সিংহ নিনাদেৰে গৰ্জি উঠিছিল। গান্ধী আৰু বিনোৱাৰ অনুগামী ফুকনৰ মাজত আছিল বিৰলপ্ৰায় ধৰ্মীয় উদাৰতা আৰু সহিষ্ণুতা।

ডিব্ৰুগড়ত জৰ্জ ইন্‌ষ্টিটিউচন প্ৰতিষ্ঠাৰ পৰা আৰম্ভ কৰি গুৱাহাটী বিশ্ব-বিদ্যালয় প্ৰতিষ্ঠালৈকে অসমৰ শিক্ষাজগতৰ লগত জড়িত নীলমণি ফুকন, চাহ বাগিচা খুলি 'চাহাব' হৈ থকা ডেকা ফুকনৰ পৰা ফকিৰ গান্ধীৰ শিষ্যত্ব লৈ গণ-আন্দোলনত জঁপিয়াই পৰা নীলমণি ফুকনলৈকে, প্ৰথম অসমীয়া দৈনিক বাতৰিৰ সম্পাদনাৰ পৰা আৰম্ভ কৰি বিভিন্ন সংবাদ-পত্ৰৰ লগত জড়িত হৈ থকা নীলমণি ফুকন, বিধান পৰিষদ আৰু বিধান সভাৰ সদস্য স্বৰূপে অসমৰ সমস্যাত সৰৱ হৈ থকা নীলমণি ফুকনৰ পৰা গাৱেঁ-ভূঞে সভা-সমিতি কৰি ৰাতিপুৱাৰপৰা গধূলিলৈকে টাকুৰি ঘূৰাদি ঘূৰি ফুৰা নীলমণি ফুকনলৈকে, অসম সাহিত্য সভাৰ সভাপতিৰ আসন শুৱাৰকৈ অলংকৃত কৰা নীলমণি ফুকনৰ পৰা সাহিত্য একাডেমিৰ সদস্য মহীয়ান আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ সন্মানসূচক ডক্টৰেট উপাধি লাভ কৰা নীলমণি ফুকন, সদাচাৰ সমিতি পৰিচালনাৰ পৰা মিতুৰ আশ্ৰম খুলি সাহিত্যিক পেঞ্চন সেই আশ্ৰমলৈ দান দি যোৱা নীলমণি ফুকন, পদ্মশ্ৰী উপাধি প্ৰত্যাখ্যান কৰিও অসমীয়া মানুহৰ মনত 'অসম ৰত্ন' হৈ থকা নীলমণি ফুকন বিভিন্ন সময়ত

বিভিন্ন অনুষ্ঠানত নীলমণি ফুকনৰ বিচিত্ৰ কৰ্মময় ৰূপ অসমৰ মানুহবোৰৰ বাবে অতি পৰিচিত। তেওঁৰ ওজস্বিনী বক্তৃতাই, শ্ৰোতাক ঘণ্টাৰ পিছত ঘণ্টা কৰি ৰাখিছিল মুগ্ধ। শৰীৰৰ বাৰ্ধক্যই মনৰ তাৰুণ্যক ম্লান কৰিব নোৱাৰা 'ককা' নীলমণি ফুকন আছিল 'তৰুণ অসম'ৰ অনুপ্ৰেৰণাৰ উৎস।

তেখেতৰ জন্মৰ শতবৰ্ষ পূৰ্ণ হোৱালৈ মাত্ৰ দুবছৰমান থাকোঁতেই নীলমণি ফুকনে অসমক বন্দুৱাই থৈ গুচি গ'ল। অসমকেশৰী অম্বিকাগিৰীৰ মৃত্যুৰ পিছত 'ককা' ফুকনেই আছিল আমাৰ জাতীয় জীৱনৰ অতন্দ্ৰ প্ৰহৰী স্বৰূপ। 'তৰুণ অসম' সাৰপাই উঠাৰ আগতেই সেই অতন্দ্ৰ প্ৰহৰী চিৰনিদ্ৰাত মগ্ন হ'ল।

বাগ্মীবৰ নীলমণি ফুকনে তেখেতৰ সমগ্ৰ গ্ৰন্থস্বত্ব দি গৈছে অসম সাহিত্য সভাক। অসম সাহিত্য সভাই কৃতজ্ঞচিত্তে সেই দান গ্ৰহণ কৰি 'নীলমণি ফুকন ৰচনাৱলী' প্ৰকাশৰ সিদ্ধান্ত লৈ কামত আগবাঢ়িছে। তেওঁক তেওঁৰ ৰচনাৰ মাজতেই অসমে বিচাৰি পাব।

অসম সাহিত্য সভাই যি ব্যাপক প্ৰস্তুতিৰে বাগ্মীবৰ ফুকনৰ জন্ম শতবাৰ্ষিকী পালন কৰাৰ কথা ভাবিছিল, অসমৰ স্বাৰ্থ ৰক্ষাৰ্থে চলি থকা গণ-আন্দোলনৰ পৰিপ্ৰেক্ষিতত সেই 'ভাব' পূৰ্ণ নহল। তথাপি সভাই ফুকনৰ জন্মদিন 'অসম স্বাৰ্থ ৰক্ষা দিৱস' স্বৰূপে পালন কৰিছে আৰু সমগ্ৰ অসমবাসীক এই দিৱস উদ্‌যাপনৰ বাবে আহ্বান জনাইছে।

বাগ্মীবৰ ফুকনৰ জন্মশতবাৰ্ষিকী উছৱৰ দিনা প্ৰকাশ কৰিব পৰাকৈ এই গ্ৰন্থখনি সম্পাদনাৰ দায়িত্ব সভাই অধ্যাপক যোগেন্দ্ৰ নাৰায়ণ ভূঞাৰ ওপৰত ন্যস্ত কৰিছিল। অধ্যাপক ভূঞাই কষ্ট কৰি গ্ৰন্থখন সম্পাদনা কৰি দিয়াৰ বাবে সভাৰ পক্ষৰ পৰা আন্তৰিক শলাগ জ্ঞাপন কৰিলোঁ। দৰাচলতে গ্ৰন্থখনিৰ ছপা যোৱা বছৰতে সম্পূৰ্ণ হ'ল। আমি সভাৰ সম্পাদকস্বৰূপে কেৱল এতিয়া দুৱাৰধৰি গ্ৰন্থখনি উলিয়াই দিছোঁ।

আশাকৰোঁ গ্ৰন্থখনে ৰাইজৰ সমাদৰ লাভ কৰিব।

গুৱাহাটীৰ প্ৰেষক ছপাশালে গ্ৰন্থখনি ছপাই দিয়াৰবাবে ধন্যবাদ জনালোঁ।

বাগ্মীবৰ ফুকন নীলমণি 'ককা'ই অসম আৰু অসমীয়া জাতি সম্পৰ্কে কৰি যোৱা আশংকা আঁতৰাবলৈ 'তৰুণ অসমে' আজি শক্তি বিচাৰিছে; 'ককা' ফুকনৰ জীৱন আৰু আদৰ্শই সেই শক্তি যোগাওক—ইয়াকে আমি কামনা কৰিলোঁ।

ইতি—
নগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

জুন ২২, ১৯৮০
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট

## সম্পাদকৰ একাষাৰ

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰয়াণ-পৰৱৰ্তী কালছোৱাত অসম আৰু অসমীয়া সমাজত যিকেইটা নামে বৰ বেছি প্ৰসিদ্ধি লাভ কৰিছে, ককা বাগ্মীবৰ নীলমণি ফুকন নিঃসন্দেহে সেইকেইটা নামৰ ভিতৰত সবাৰো শীৰ্ষত। এই কথাও নিশ্চয় নিঃসন্দেহে ক'ব পাৰিযে বেজবৰুৱাৰ বাহিৰে বাগ্মীবৰ নীলমণি ফুকনেই অসমৰ একমাত্ৰ ব্যক্তি, জীৱদ্দশাত যিজনে অসমীয়া ৰাইজৰ নিৰংকুশ চেনেহ-শ্ৰদ্ধা আটাইতকৈ সৰহ পৰিমাণে লাভ কৰি গৈছে। ব্যক্তিগত জীৱনৰ প্ৰায় শতিকা-বিয়পা দৈৰ্ঘ্যৰ বাবেই যে এই সৌভাগ্য সম্ভৱ হোৱা নাই, সেই কথা কোৱা বাহুল্য মাথোন। সাহিত্যৰথী বেজবৰুৱাৰ দৰে বিশাল প্ৰতিভাধৰ ব্যক্তি নীলমণি ফুকন নিশ্চয় নহয়, কিন্তু বেজবৰুৱাৰ দৰে ফুকনৰো ধ্যান-ধাৰণা আৰু কাৰ্যাৱলী অসম আৰু অসমীয়াৰ জাতীয় জীৱনৰ লগত সম্পৃক্ত বাবেই, আৰু বেজবৰুৱাৰ দৰে উদাৰ আৰু সৰল ব্যক্তিত্বৰ গৰাকী হোৱা বাবেই অসমীয়া জন-মানসত নীলমণি ফুকনে মচিব নোৱৰা সাঁচ এটা বহুৱাই থৈ যাব পাৰিছে। তদুপৰি জীৱনৰ শেহ পৰ্যায়ত নিজৰ বুলিবলৈ চিৰকুমাৰ নীলমণি ফুকনৰ অসম আৰু অসমীয়া ব্যতিৰেকে আন একোৱেই নাছিল। সমগ্ৰ অসমেই যাৰ ঘৰ আৰু অসমীয়া ৰাইজেই যাৰ ঘৰোৱাহ, সেইজন ব্যক্তিয়ে প্ৰতিজন অসমীয়াৰ মনতে একোখন আসন অধিকাৰ কৰাত বিচিত্ৰতা একো থাকিব নোৱাৰে।

নীলমণি ফুকন বাগ্মী আছিল; কিন্তু কাৰ্যকুশলতা আছিল তেখেতৰ বাগ্মিতাৰ পৰিপূৰক। নীলমণি ফুকন শিক্ষক আছিল; শিক্ষাদান আৰু শিক্ষা-সম্প্ৰসাৰণৰ অপূৰ্ব সমন্বয় ফুকনৰ লক্ষ্যৰ মাজত সাধিত হৈছিল। ফুকন ৰাজনৈতিক আছিল; কিন্তু ৰাজনীতি তেখেতৰ সৰ্বহ নাছিল; ৰাজ-নীতি আছিল ফুকনৰ লক্ষ্য সাধনৰ উপায় মাত্ৰ। ফুকন আছিল অসম সংৰক্ষণী আন্দোলনৰ অন্যতম কৰ্ণধাৰ; কিন্তু সেয়ে হলেও তেখেতৰ সংৰক্ষণী চিন্তাধাৰাত সংকীৰ্ণ প্ৰাদেশিকতাৰ গোন্ধ বিচাৰি পাব নোৱাৰি। দৰাচলতে তেখেতৰ সংৰক্ষণী চিন্তা আছিল বিশাল মহাভাৰতীয় জীৱন চেতনাৰে অন্য এটা নাম। "যেয়ে অসমীয়া ভাষা মাতৃভাষা বুলি গ্ৰহণ কৰিব, যেয়ে অসমৰ বাহিৰে আৰু এখন স্থায়ী ঘৰ প্ৰকাৰান্তৰে ৰাখি নিজক ইয়াৰ স্থায়ী আলহী যেন বিবেচনা নকৰে, যাৰ অৰ্থনৈতিক স্বাৰ্থ অসমত ঘাইকৈ থাকিব, স্থূলভাৱে তেওঁকেই আমি অসমীয়া বুলি গ্ৰহণ কৰিম" ( বাস্তৱিৰ

বিভূতি)। ফুকনৰ এই সংজ্ঞা ভাৰতৰ জাতীয় জীৱনৰ পৰিপন্থী নিশ্চয় নহয়। কাৰণ, ভাৰতৰ প্ৰতিটো প্ৰান্তৰ সংৰক্ষণী চিন্তা সমগ্ৰ ভাৰতীয় জীৱনৰ সংৰক্ষণী চিন্তাৰ প্ৰথম ঢাপ। ভাৰতৰ এক বিশেষ প্ৰান্তত অৱস্থিত অসম নামৰ ভূ-খণ্ডৰ অসমীয়া জাতি-সত্তাৰ সামগ্ৰিক উন্নতি বিশাল মহাভাৰতীয় জীৱনৰ উন্নতিৰে যে এটা সোপান, সেই বিশ্বাস ফুকনৰ আছিল। ফুকন আছিল এজন কবি, ফুকন আছিল এজন প্ৰবন্ধকাৰ। কিন্তু কবি ফুকন আৰু প্ৰবন্ধকাৰ ফুকনতকৈ নিজৰ ভাষা-সাহিত্যৰ উৎকৰ্ষ-সাধন চিন্তা-চেষ্টাত আজীৱন নিমগ্ন ফুকনজন আছিল বহুগুণ বিশাল-বপুবিশিষ্ট। অসম সাহিত্য সভাৰ বুৰঞ্জীত নীলমণি ফুকন অকলে এটি স্বয়ং-সম্পূৰ্ণ অধ্যায়। অসম সাহিত্য সভাৰ সভাপতি ৰূপে অনুষ্ঠানটোৰ গতি-পথত তেখেত এক পৰিৱৰ্তন-বিন্দু ৰূপে পৰিচিহ্নিত হ'বৰ যোগ্য। অসমৰ যিমান সংখ্যক অনুষ্ঠান-প্ৰতিষ্ঠানৰ সান্নিধ্য-সংস্পৰ্শলৈ বাগ্মীবৰ নীলমণি ফুকন আহিছিল, তেখেতৰ সমসাময়িক অসমৰ আন কোনো ব্যক্তি-য়েই বোধহয় সিমান সংখ্যক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত নিজক জড়িত কৰোৱাৰ সুযোগ লাভ কৰিব পৰা নাছিল। চিৰকুমাৰ নীলমণি ফুকনৰ জীৱনৰ আটাইতকৈ বিচিত্ৰ কথাটো হ'ল— অসমৰ প্ৰতিজন লোকৰ বাবেই তেখেত একমাত্ৰ 'ককা'ৰ আসনত অধিষ্ঠিত হোৱাটো, আৰু ভাৰতৰ কেন্দ্ৰীয় চৰকাৰৰ 'পদ্মশ্ৰী' সন্মানকো নেওচা দি অসমীয়া ৰাইজে স্বতস্ফূৰ্তভাৱে আগবঢ়োৱা এই 'ককা' সন্মান তেখেতে হৃষ্টচিত্তে গ্ৰহণ কৰাটো। জীৱিত কালত ফুকনে অসমীয়া জাতিৰ চেনেহৰ বহুতো দাবী পূৰণ কৰি গৈছে। তেখেতৰ ওপৰত জাতিৰ শেষ দাবীটো আছিল বাগ্মীবৰ নীলমণি ফুকনৰ জন্ম শতবাৰ্ষিকী মহোৎসৱত তেখেত নিজে সোঁ-শৰীৰে উপস্থিত থাকি মুষল-ধাৰ বক্তৃতাৰে অসমীয়া জাতিক আশীৰ্বাদ দিব লাগিব। কিন্তু অসমীয়া জাতিৰেই চৰম দুৰ্ভাগ্য যে কেৱল দুটা বছৰৰ ব্যৱধানত সেই দাবী পৰিপূৰ্ণ কৰাৰ সৌভাগ্যৰপৰা মহাকালে ফুকনক বঞ্চিত কৰিলে। ককা ফুকনৰ জীৱন-নাটৰ এই সম্ভাব্য শেষ দৃশ্যটো মঞ্চস্থ হবলৈ নাপালে যদিও অসমীয়াৰ মনৰো মনত গতিশীল ব্যক্তিত্ব আৰু অজেয় মনোবলৰ গৰাকী ফুকন ককাৰ এই স্মৃতিকণো সদায়েই সেউজীয়া হৈ থাকিব।

ককাৰ পৱিত্ৰ স্মৃতিত যুগুতাবলগীয়া এই গ্ৰন্থখনি সম্পাদনাৰ দায়িত্ব অসম সাহিত্য সভাই আমাৰ ওপৰত ন্যস্ত কৰি আমাক ধন্য কৰা বাবে অনুষ্ঠানটিৰ



কৰ্মকৰ্তাসকলৰ ওচৰত আমি কৃতজ্ঞ। আমাৰ অনুৰোধ উপেক্ষা নকৰি যিসকল সদাশয় লেখকে বাগ্মীবৰ ফুকনৰ জীৱন আৰু প্ৰতিভা সম্পৰ্কীয় প্ৰবন্ধকেইটি পঠাই আমাক কৃতাৰ্থ কৰিছে, সেই সকললৈ আমি আমাৰ ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। স্বৰ্গীয়া নলিনীবালা দেৱী আৰু স্বৰ্গীয় অমিয় কুমাৰ দাসদেৱৰ লেখা দুটি আৰু শ্ৰীযুত শ্ৰীৰামচন্দ্ৰ দাসৰ লেখাটি বাগ্মীবৰ ফুকন জীৱিত থকা অৱস্থাতে (১৯৭১ চনতে) অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক স্বৰ্গীয় হৰিপ্ৰসাদ নেওগদেৱে যুগুতাব খোজা 'বাগ্মীবৰ ফুকন অভিনন্দন গ্ৰন্থ'ৰ বাবে ৰচিত। অনিবাৰ্য কাৰণত উক্ত গ্ৰন্থখনি পোহৰলৈ নাহিল। অধ্যাপক শ্ৰীনগেন শইকীয়াই লেখাকেইটি ইমান দিনে যতনেৰে ৰাখি থোৱাৰ পাছত সম্প্ৰতি আমালৈ পঠোৱা বাবে, আৰু বৰ্তমান গ্ৰন্থখন যুগুতোৱাৰ ক্ষেত্ৰতো বিভিন্ন প্ৰকাৰে আমাক সহায় কৰা বাবে তেখেতৰ ওচৰত আমি কৃতজ্ঞ। অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰীলীলা গগৈ আৰু প্ৰাক্তন সহকাৰী সম্পাদক (যোৰহাটৰ) শ্ৰীঅমল ৰাজখোৱাৰ সহযোগিতাৰ বাবেও আমি দুয়োজনৰে শলাগ লৈছোঁ। আৰ্হি কাকত আমি নিজে চাবলৈ নোপোৱা কাৰণে ঘটা দুই-এটি ত্ৰুটীৰবাবে পঢ়ুৱৈসকলৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

ৰত্নপুৰ
নগাওঁ
১ জুন, ১৯৮০

যোগেন্দ্ৰনাৰায়ণ ভূঞা

# সূচীপত্র

# বাগ্মীবৰ নীলমণি ফুকনৰ জীৱনী

—শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

বাগ্মীবৰ নীলমণি ফুকনৰ নাম ললে এনে এজন সিংহ পুৰুষৰ কথা মনলৈ আহে, যিজনে সাহিত্য, শিক্ষা, সংস্কৃতি আৰু ৰাজনীতি ক্ষেত্ৰত অসমৰ জাতীয় জীৱন সমৃদ্ধ কৰি গৈছে। তেওঁ নিজেই এটা অনুষ্ঠানৰ নিচিনা।

গৌড় দেশৰ পাঠান সেনাপতি তুৰ্বকে দ্বিতীয় বাৰ (১৫৩২ চন) অসম আক্ৰমণ কৰোঁতে তেওঁৰ লগত কনৌজৰ এজন ক্ষত্ৰিয় সেনাপতি গৌৰধ্বজ সিংহ আহিছিল। তুৰ্বক ৰণত পৰে, আৰু গৌৰধ্বজসিংহই গৌড়ৰ নবাব আৰু স্বৰ্গদেৱ স্বৰ্গনাৰায়ণৰ মাজত সন্ধি স্থাপন কৰে। ৰজাই সন্তুষ্ট হৈ গৌৰধ্বজসিংহক এই দেশতে ‘থাপিত’ কৰি ৰাখিলে। এৱেঁই ফুৰৰা কাকতী বংশৰ আদি পুৰুষ। গৌৰধ্বজৰ তিনিজন পুত্ৰ—কমলাকান্ত, হৰিচৰণ আৰু হৰিকান্ত। এই হৰিচৰণৰ ফৈদত হলিৰাম বৰকাকতীৰ পুত্ৰ ঘনশ্যাম (১৭৯৫—১৮৮০খ্ৰীঃ) ওপজে। আহোম ৰজাৰ ৰাজধানী যোৰহাটলৈ স্থানান্তৰিত হওঁতে স্বৰ্গদেৱে ঘনশ্যামক ‘খাৰঘৰীয়া ফুকন’ৰ বিষয়-বাব দিয়ে। ঘনশ্যাম সংস্কৃতত পাৰ্গত আছিল, আৰু তেওঁ সংস্কৃত কল্কিপুৰাণৰ অসমীয়া পদ-ভাঙনি কৰিছিল। ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ তিনি পুত্ৰ— গঙ্গাধৰ, বগাধৰ আৰু লম্বোদৰ। এই লম্বোদৰ ফুকনৰে দ্বিতীয় পুত্ৰ নীলমণি ফুকন। তেওঁৰ মাতৃৰ নাম চন্দ্ৰাৱলী দেৱী।

বাগ্মীবৰ নীলমণি ফুকনে ১৮০২ শকত ৭ আহাৰত (১৮৮০ চন, ২২ জুন) ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। তেওঁৰ ককায়েক গনেশ ৰাম ফুকন আৰু এজন ভায়েক সৰুতে কালপ্ৰাপ্ত হয়। তেওঁৰ বায়েক তিনিগৰাকী ক্ৰমে লোপা (ৰায়বাহাদুৰ বিষ্টুৰাম বৰুৱাৰ পৰিবাৰ),

ললিতা (কেশৱ নাথ বৰুৱাৰ পৰিবাৰ) আৰু ৰোহিনী (যদুৰায় বৰুৱাৰ পত্নী)। তেওঁৰ ভনীয়েক হ'ল তৰুণচন্দ্ৰ বৰুৱাৰ পত্নী বিচিত্ৰা।

নীলমণি ফুকনৰ সময়ত অসমত বঙলা ভাষা চলি আছিল। ১৮৭১ চনত যদিও অসমৰ কাছাৰী আৰু বিদ্যালয়ত অসমীয়া ভাষা পুনৰ প্ৰচলনৰ আদেশ হৈছিল, তথাপি ১৮৭৩ চনৰ পৰাহে কেইখনমান জিলাত বিদ্যালয়ৰ ভাষা অসমীয়া হৈছিল। ডিব্ৰুগড়ত অসমীয়া মাধ্যমৰ বিদ্যালয় নথকাত তেওঁ বঙলা ভাষাৰ ছাত্ৰবৃত্তি স্কুলত পঢ়ি ১৮৯৩ চনত উক্ত ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ ১৯০০ চনত ডিব্ৰুগড় চৰকাৰী বিদ্যালয়ৰপৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স মহলাত উঠি কলিকতাৰ প্ৰেছিডেন্সি কলেজত পঢ়েগৈ। পাছত ১৯০১ চনত গুৱাহাটীত কটন কলেজ স্থাপিত হোৱাত ফুকন উক্ত কলেজত ভৰ্ত্তি হয়। মাজতে দুবছৰ অসুখ হোৱাৰ কাৰণে পঢ়া-শুনাত ক্ষতি হল। তেওঁ ১৯০৫ চনত কটন কলেজৰপৰা এফ্.এ মহলাত উত্তীৰ্ণ হৈ কোচবেহাৰৰ ভিক্টোৰিয়া কলেজত পঢ়েগৈ। তেওঁ ১৯০৭ চনত বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। ছাত্ৰ জীৱনত তেওঁ ব্ৰজেন্দ্ৰনাথ শীল, আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায় আৰু ছাৰ জগদীশ বসুৰ দৰে "মহান শিক্ষাবিদ্‌সকলৰ"পৰা প্ৰেৰণা লাভ কৰে।

১৯১২ চনৰ আগলৈকে ডিব্ৰুগড়ত দ্বিতীয় এখন হাইস্কুল নাছিল। ডাঃ লক্ষ্মী প্ৰসাদ চলিহা, মোহনলাল বৰুৱা, শিৱৰাম শৰ্মা বৰদলৈ, ৰাধানাথ চাংকাকতী, দুৰ্গানাথ চাংকাকতী আদি লোকসকলে এখন হাইস্কুল স্থাপনৰ কাৰণে আগভাগ লয়। সেই সময়ত নীলমণি ফুকনক এই স্কুল স্থাপনত আত্মনিয়োগ কৰিবলৈ আহ্বান জনোৱা হয়। ১৯১১ চনৰ ১২ ডিচেম্বৰত ইংলণ্ডৰ সম্ৰাট পঞ্চম জৰ্জৰ ভাৰত আগমন উপলক্ষ্যে দিল্লীত দৰবাৰ হৈছিল। সেই উৎসৱৰ স্মৃতি ৰক্ষাৰ্থে আৰু চৰকাৰ আৰু ইংৰাজ চাহ খেতিয়কৰ সহযোগ লাভৰ আশাৰে ১৯১২ চনৰ ২ ফেব্ৰুৱাৰীত ডিব্ৰুগড়ত প্ৰতিষ্ঠা হোৱা স্কুলখনৰ নাম জৰ্জ ইনষ্টিটিউশ্বন ৰখা হয়। ফুকন উক্ত স্কুলৰ প্ৰধান শিক্ষক হৈ



বিদ্যালয়ৰ কাৰণে পুঁজি সংগ্ৰহত উঠি-পৰি লাগিল। ১৯১২ চনৰ পৰা ১৯২৩ চনৰ ভিতৰত জৰ্জ ইনষ্টিটিউশ্বনৰ ঘৰ-দুৱাৰ, ছাত্ৰাবাস আদি সকলো সম্পূৰ্ণ হৈ উঠে। সেই সময়ত প্ৰধান শিক্ষক ফুকনৰ পৰিচ্ছদ আছিল হেট, পেণ্ট, বগাকামিজ আৰু ডিঙিত 'টাই'। তেওঁৰ সৌম্য মূৰ্তি আৰু মুখ মণ্ডলৰ ৰক্তিম গৌৰ বৰ্ণই আৰু উপৰোক্ত সাজ-পাৰে ব্যক্তিত্ব বেছিকৈ বঢ়াইছিল। ফুকনে ডেকা বয়সত জৰ্জ ইনষ্টিটিউশ্বনৰ উন্নতিৰ হকে আত্মনিয়োগ কৰি উক্ত বিদ্যালয়খন অসমৰ ভিতৰতে এখন আগশাৰীৰ শিক্ষানুষ্ঠানত পৰিণত কৰে। ১৯২৭ চনৰ আগ ভাগতে ফুকনে তেওঁৰ প্ৰাণাধিক জৰ্জ ইনষ্টিটিউশ্বনখনি উত্তৰাধিকাৰীসকলৰ হাতত সমৰ্পণ কৰি চাহ বাগিচা খোলাত একাণ-পতীয়াকৈ লাগে। তেওঁৰ জীৱনৰ গতি সলনি হ'ল। শিক্ষকতা এৰি কৃষিত মন দিলে। বোধ হয় অসম বিধান সভাৰ বিধায়ক হৈ থাকি তেওঁৰ চিৰ তৰুণ মনে নতুন প্ৰেৰণাৰে উদ্দীপিত হৈ চাহ-খেতিত মনোনিবেশ কৰে। সংগ্ৰাম হৈছে জীৱনৰ কষ্টিপাথৰ। ফুকন এই নতুন সংগ্ৰামত ব্ৰতী হ'ল। চৰকাৰী মাটি পাই তাতে চাহ খেতি আৰম্ভ কৰে ১৯২৫ চনত। এই নীলমণি চাহ বাগিচা খোলা প্ৰসঙ্গত ফুকনে কৈছে, "মই যেতিয়া টিংখাঙত বাগিচা খোলোঁ ১৯২৫ চনত, তেতিয়া মোৰ সেই বাগিচাত যি জন ডেকা মেনেজাৰ ৰাখিছিলোঁ, তেওঁ মোৰ বাগান খোলাৰ সোঁ-হাত আছিল, আৰু প্ৰকৃততে তেওঁৰ উদ্‌গনিতহে সেই কাম হাতত লওঁ। বাগিচাও অতি সুন্দৰ হৈ উঠিছিল। সেই সময়ত মই কাউন্সিলৰ সদস্য (M. L. C.)" (নীলমণি ফুকনৰ চিন্তাধাৰা : শ্ৰীদিলীপ চৌধুৰী)। কিন্তু কিছুকাল চাহ-বাগিচা চলোৱাৰ পাছত চাহ উদ্যোগত ফুকনৰ লাভতকৈ লোকচান অধিক হ'ল। তেওঁ ছাত্ৰ কাল সাংকৰি ডিব্ৰুগড়লৈ আহি 'আলোচনী' আৰু 'অসমীয়া'ৰ (সাদিনীয়া) লগত জড়িত হৈ পৰে। সেই কাৰণে বাগ্মীবৰ ফুকনে এইবাৰ চাহ ব্যৱসায় এৰি সংবাদিকতাক জীৱিকা ৰূপে গ্ৰহণ কৰে। এই প্ৰসঙ্গত তেওঁ

কৈছে ঃ "স্বনামধন্য শিৱপ্ৰসাদ বৰুৱাই 'বাতৰি' নাম দি প্ৰথমতে সাদিনীয়া কাকত (১) এখন উলিয়ায়। তেতিয়া নামত তেওঁ সম্পাদক থাকিলেও, মই বাগিচাৰপৰাই (তেতিয়া এখন বাগিচা খোলোঁ) সম্পাদকীয় প্ৰবন্ধ পঠাওঁ। শেহত যোৰহাটলৈ আহি সম্পূৰ্ণ সম্পাদকৰ ভাৱ লওঁ। নিজৰ প্ৰেছ অনাৰ ব্যৱস্থা কৰো। পাছত তেওঁক বঢ়াই-বুজাই মৰসাহ দি তাক দৈনিক (২) কৰি তোলোঁ। সেয়ে অসমত দৈনিক পত্ৰিকাৰ আৰম্ভ। পাছত লোকচান হোৱাত বৰুৱাদেৱে বন্ধ কৰিলে। আমি নিজে দায়িত্ব লৈ চলাব খোজাত, তেখেতে আমিও ক্ষতিগ্ৰস্ত হ'ম, এই ভয়ত মান্তি নহল" (নীলমণি ফুকনৰ চিন্তাধাৰা)। এয়া সাংবাদিক ফুকনৰ কথা।

ফুকনৰ সাজ-পাৰ সলনি হ'ল। তেওঁ খদ্দৰ বস্ত্ৰ পৰিধান কৰিবলৈ ধৰিলে। তেওঁ প্ৰধান শিক্ষক থকা কালত ইনষ্টিটিউশ্বনৰ যি ২।৪ জন ছাত্ৰই ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দিছিল, তেওঁলোকক তেওঁ বৰ ভাল চকুৰে নাচাইছিল; কিয়নো ফুকন শিক্ষা-বিস্তাৰত ব্ৰতী আছিল। সেয়ে হলেও ফুকন আছিল স্বাধীন-মনা।

বাগ্মীবৰ ফুকনৰ দৈনিক বাতৰি বহুগুণে বৈশিষ্ট্য পূৰ্ণ। দৈনিক বাতৰিৰ 'বিশ্ববিদ্যালয় ঃ এটা জাতীয় অভাৱ', 'অসমীয়া জাতিৰ শক্তি সঞ্চয় কিহত', 'অসম বিশ্ববিদ্যালয় বিল', 'অসমীয়া তেজপুৰত বঙালী হাইস্কুল', 'অসমত দুৱলীয়া ভাষা বঙলা হ'বনে', 'অসমৰ স্কুলৰ ভাষা অসমীয়া', 'অসমৰ সমস্যা' আদি সম্পাদকীয় সমূহত সম্পাদক ফুকন দেশৰ সমস্যাৱলীৰ প্ৰতি কিমান সজাগ, তাৰ নিদৰ্শন পোৱা যায়। দৈনিক বাতৰিৰ সম্পাদক হৈ থকা কালত তেওঁ 'অসম অসমীয়াৰ' এই ভাবেৰে অসমীয়া জাতিক জগাই তুলিবলৈ চেষ্টা কৰিছিল। ১৯৩৪ চনত নীলমণি ফুকনৰ সম্পাদনাত 'ন-জোন' নামৰ এখন মাহেকীয়া আলোচনীৰ চাৰিটা সংখ্যা ওলাই বন্ধ হয়।

(১) সাদিনীয়া বাতৰি, ১৯৩০ চন।
(২) দৈনিক বাতৰি, ১৯৩৫ চনৰ ১২ আগষ্ট। ১৯৩৭ চনত দৈনিক বাতৰিৰ প্ৰকাশ বন্ধ হয়।



বাগ্মীবৰ ফুকন 'বাতৰি'ৰ লৈতে জড়িত হৈ পৰাত ভাষা-সাহিত্যৰ দৃষ্টি কোণৰপৰা অসমীয়া সাহিত্যৰ মহৎ উপকাৰ হ'ল। সেইটো হ'ল ফুকনদেৱৰ কবি-জীৱনৰ সূত্ৰপাত। তেওঁ 'জ্যোতি কণা' (১৯৩৮) কবিতা পুথিৰ পাতনিত উল্লেখ কৰাৰ উপৰি আন এঠাইত (নীলমণি ফুকনৰ চিন্তা ধাৰা) কৈছে "দৈনিক বাতৰি বন্ধ হলত সেই দিনা বৰ কুঁৱলী আছিল। আমি মনত বৰ দুখ পাইছিলোঁ। তেতিয়া মনত এটা ভাব আহিল। 'প্ৰকৃতিয়েও যেন আমাক সহানুভূতি দেখুৱাইছে। আমাৰ আজি বাহিৰে-ভিতৰে কুঁৱলী'। এই ভাবত প্ৰণোদিত হৈ 'কুঁৱলী' বুলি চৌদ্দপদী-কবিতা এটা লিখিলোঁ। তাৰ পাছত দিনে দুই তিনিটা কবিতা নিলিখি শান্তি পোৱা নাছিলোঁ তাৰ ফল স্বৰূপ 'জ্যোতিকণা' নামৰ কবিতা পুথিখন। তেতিয়া আমাৰ বয়স ৫৮।" দবাচলতে ফুকন কবিসকলৰ পক্ষে সাঁথৰ স্বৰূপ। বয়সত জানো কবিতা লিখিব পাৰি? তেওঁৰ অন্যান্য কবিতা পুথি হৈছে 'মানসী' (১৯৪৩), 'গুটি মালি' (১৯৫১), 'জিঞ্জিৰি' (১৯৫১), 'অমিত্ৰা' (১৯৫২), 'সন্ধানী' (১৯৫৩), 'আহুতি' (১৯৬১), 'শতধাৰা' (১৯৬২), 'মৰ্মবাণী' (১৯৬৩), 'মৰা-ডালত কুঁহিপাত' (১৯৬৫), আৰু 'মানস-প্ৰতিমা' (১৯৭১)। বাগ্মীবৰ ফুকনৰ গদ্য পুথি হ'ল 'সাহিত্য-কলা' (১৯৪০), 'জয়াতীৰ্থ' (১৯৪১), 'চিন্তামণি' (১৯৪২), 'মহাপুৰুষীয়া ধৰ্ম্ম' ইত্যাদি।

বাগ্মীবৰ নীলমণি ফুকন অসম সাহিত্যসভাৰ জন্ম-লগ্নৰেপৰা সভাৰ সৈতে জড়িত আছিল। তেওঁ ২।১ বাৰৰ বাহিৰে অসম সাহিত্য সভাৰ সকলো বাৰ্ষিক অধিৱেশনতে উপস্থিত আছিল, আৰু আলোচনাত অংশ গ্ৰহণ কৰিছিল। তেওঁ দুবাৰকৈ অসম সাহিত্য সভাৰ সভাপতি হৈছিল। প্ৰথমবাৰ ১৯৪৪ চনত শিৱসাগৰত অনুষ্ঠিত বিংশ সন্মিলনত, আৰু দ্বিতীয়বাৰ ১৯৪৭ চনত ডিব্ৰুগড়ত অনুষ্ঠিত একবিংশ সন্মিলনত। অসম সাহিত্য সভালৈ তেওঁৰ বৰঙনি সম্পৰ্কে ফুকনৰ ভাষাৰেই ক'ব পাৰি—"সেই সময়ত সাহিত্য সভাৰ পুঁজিৰ

ঘৰ শূন্য আছিল। সভাপতিৰ আসনৰপৰা মই আজীৱন সভ্য ১০০ টকীয়া কৰিবলৈ প্ৰস্তাৱ কৰোঁ, আৰু সভাই মোৰ সেই প্ৰস্তাৱ গ্ৰহণ কৰে। সভাস্থলতে প্ৰাক্তন মুখ্য মন্ত্ৰী বিমলা প্ৰসাদ চলিহাদেৱে তেতিয়াই এশটকা দি প্ৰথম আজীৱন সভ্য হয়। সন্মিলনৰ পাছতে আমি নিজে আৰু সেই কালৰ সম্পাদক স্বনামধন্য ডিম্বেশ্বৰ নেওগদেৱৰ সৈতে দুমাহ ধুবুৰীৰপৰা সদিয়ালৈকে ভ্ৰমণ কৰি এশজন আজীৱন সভ্যৰ দহ হাজাৰ টকাৰ পুঁজি সংগ্ৰহ কৰোঁ" (নীলমণি ফুকনৰ চিন্তাধাৰা)।

এবাৰ অসম সাহিত্য সভাৰ ফালৰপৰা সম্প্ৰীতিমূলক ভ্ৰমণত আমি (বাগ্মীবৰ ফুকন, প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগ আৰু মই) কাছাৰ জিলালৈ গৈছিলোঁ। ১৯৬০ চনৰ ভাষা আন্দোলনৰ উত্তৰ-কাল। আমি কাছাৰৰ কেবাঠাইতো ফুৰিলো। আমি শিলচৰ এৰাৰ আগদিনা সন্ধিয়া শিলচৰ সাহিত্য সভাৰ উদ্যোগত এখন প্ৰীতিমেলৰ আয়োজন হৈছিল। সেই সভালৈ কেবাজনো স্থানীয় সম্ভ্ৰান্ত ব্যক্তিক নিমন্ত্ৰণ কৰা হৈছিল। সেইদিনা আমি দুয়ো বাগ্মীবৰ ফুকনক বিৰলে লগ ধৰি কলোঁ যেন তেওঁ বঙালীসকলক উদ্দেশ্য কৰি কোনো বিৰূপ মন্তব্য প্ৰকাশ নকৰে। সভা আৰম্ভ হ'ল। ফুকন ডাঙৰীয়াই বক্তৃতা প্ৰসঙ্গত সুৰমা উপত্যকাৰ কেইবাজনো ব্যক্তিৰ লগত (তাৰ ভিতৰত অনেকেই সিপুৰীত) তেওঁ কিদৰে বিধান সভাৰ মজিয়াত বা কংগ্ৰেছৰ হকে একে লগে কাম কৰিছিল, সেইকথা স্মৰণ কৰি এটা আবেগপূৰ্ণ বক্তৃতা দিয়ে। সভাত এজন প্ৰবীণ অধ্যাপকে (সম্ভৱ শ্ৰীহৰিদাস ভট্টাচাৰ্য) কলে "ফুকনৰ শাৰীৰ 'জায়েন্ট' দেশত নাইকিয়া হৈ আহিছে ; এতিয়া 'পিগমি'ৰহে যুগ।" বক্তাই ফুকনদেৱৰ ভূয়সী প্ৰশংসা কৰিলে। সভাৰ অন্তত আমি থকা ঠাইলৈ ঘূৰি অহাৰ পাছতে ফুকনে আমাক কলে," তোমালোকে ভয় কৰিছিলা মই কিবা 'আবল-তাবল' কওঁ বুলি। দেখিলানে বক্তৃতা বঙালীসকলে কেনেদৰে প্ৰশংসা কৰিলে ? মই তেওঁলোকৰ



ধাতু বুজি পাওঁ। তেওঁলোকে গুণীৰ মোল বুজে।" ফুকন ডাঙৰীয়াই এই কথা পাছত কেবাজনো লোকৰ আগত কৈছিল।

বাগ্মীবৰ ফুকন ৰাজনৈতিক নেতা নাছিল, কিন্তু ৰাজনীতিবিদৰ গুণ তেওঁৰ গাত নথকা নহয়। তেওঁ জীৱনৰ আগছোৱাত আছিল উদাৰ পন্থী। দৈনিক বাতৰিৰ সম্পাদক থকা কালত অসম সংৰক্ষিণী সভাৰ প্ৰচাৰ কাৰ্যত উঠি-পৰি লাগে। তেওঁ সংৰক্ষিণী সভাৰ নীতি সাৰোগত কৰি 'অসম অসমীয়াৰ'—এই ভাবেৰে অনুপ্ৰাণিত হৈ অসমীয়া জাতিটোক জগাই তুলিবলৈ চেষ্টা কৰিছিল। ডেকা ফুকন (মহেন্দ্ৰ নাথ ডেকা ফুকন), ডেকা বেজ (মাধৱচন্দ্ৰ বেজবৰুৱা) আৰু বাগ্মীবৰ ফুকনৰ বক্তৃতা আৰু আন্দোলনৰ ফলত ডেকা-দল দলদোপ হেন্দোলদোপ হোৱা কথা কোনে নাজানে ? ফুকনে ১৯৩৭ চনত কংগ্ৰেছত যোগ দিয়ে। এই প্ৰসঙ্গত তেওঁ কৈছে ···পাছত যেতিয়া স্বনামধন্য নেতাজী আৰু মৌলানা আজাদ অসমলৈ আহি পৰিস্থিতি চাই প্ৰাতঃ স্মৰণীয় গোপীনাথ বৰদলৈক মন্ত্ৰী সভা গঠন কৰিবলৈ অনুমতি দিয়ে, সেই খবৰ পাই উকীলখানাত আমাক উপলুঙা কৰি কোৱা-মেলা কৰে 'ফুকনে চহী নকৰি এতিয়া চাগৈ আক্ষেপ কৰিছে।' সেই সময়ত বৰলাটকো ক'লা পতাকা দেখুৱা দেশনেতা ৺গঙ্গাধৰ বৰকটকীয়ে তেওঁলোকক প্ৰতিবাদ কৰি ক'লে 'ফুকনক তোমালোকে চিনা নাই, তেন্তে চোৱাঁ মই এতিয়াই সভ্য কৰি আহিছোঁ'। আহিয়েই মোক ক'লে বামুনে হাত পাতিছোঁ, চাৰি অনা দক্ষিণা দিয়ক।' আমিও কলোঁ, 'ফৰ্মখন আনিছেনে ?' তেখেতে ফৰ্মখন দিলে, আৰু 'বৰদলৈয়ে যেতিয়া মন্ত্ৰীসভা গঠন কৰিব, সেইদিনা ধৰি আমি কংগ্ৰেছৰ সভ্য হবলৈ আপত্তি নাই' বুলি তেতিয়াই ফৰ্মত চহী কৰি দিলোঁ।' (নীলমণি ফুকনৰ চিন্তাধাৰা ঃ অধ্যাপক শ্ৰীদিলীপ চৌধুৰী)।

ফুকন ডাঙৰীয়াই ১৯৪২ চনত কংগ্ৰেছৰ ভাৰত ত্যাগ আন্দোলনত কাৰাবৰণ কৰিব লগীয়া হয়। তেওঁ বিধান সভাৰ সদস্য আছিল। তেওঁ ১৯২১ চনত অসম-কাউন্সিলৰ সদস্য নিৰ্বাচিত হৈছিল। তেওঁ কংগ্ৰেছ

প্ৰাৰ্থী হিচাপে ক্ৰমে ১৯৪৮ চনত আৰু ১৯৫২ চনত মুঠ দুবাৰ অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। বিধান সভাৰ সদস্যৰূপে তেওঁ দলৰ আনুগত্য প্ৰকাশ কৰাতকৈ নিজৰ বিচাৰ বুদ্ধি অনুযায়ীহে চালিত হৈছিল। পূৰ্বে খাচী-জয়ন্তীয়া পাহাৰ আৰু গাৰো পাহাৰ জিলা অসমৰ ভিতৰত আছিল। মেঘালয় ৰাজ্য সৃষ্টি হোৱাৰ পূৰ্বে এই দুখন জিলাক লৈ স্বকীয়া ৰাজ্য গঠন কৰাৰ বিৰুদ্ধে অসমে মত প্ৰকাশ কৰে। ফুকন ডাঙৰীয়াই এখন পুস্তিকা প্ৰকাশ কৰি তাৰ বিৰুদ্ধে নিজৰ স্পষ্ট মত প্ৰকাশ কৰে। অসম খণ্ড-বিখণ্ড কৰা কথাত তেওঁ কেনেকৈ সমৰ্থন জনায়।

অসমীয়া ভাষা অসমৰ ৰাজ্য-ভাষা কৰা প্ৰসঙ্গত ফুকন ডাঙৰীয়াই অসম সাহিত্য সভাৰ প্ৰস্তাৱ সমৰ্থন কৰি চৰকাৰকো হেঁচা দিছিল। বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰা প্ৰসঙ্গত তেওঁ কোঠাৰী কমিশ্যন তথা শিক্ষা আয়োগৰ অনুমোদন অনুসৰি অসমীয়া ভাষাক বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰাৰ কাৰণে অহো পুৰুষাৰ্থ কৰে। কিছুদিনৰ আগতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম ইংৰাজী হব লাগে বুলি বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ এজন সদস্যই যি প্ৰস্তাৱ দাঙি ধৰিছিল, সেই প্ৰস্তাৱটোৰ বিৰোধিতা কৰিবৰ কাৰণে তেওঁ ৰুগ্ন শৰীৰেৰে ডিব্ৰুগড়লৈ যায়। ফুকনে পৰি অহা স্বাস্থ্যৰ কাৰণে যোৰহাটৰ দুজন ক'ৰ্টৰ সদস্যকো তেওঁক তেওঁলোকৰ লগত নিবৰ কাৰণে ক'লে; কিয়নো ফুকন ডাঙৰীয়া স্বাস্থ্যৰ অৱনতি ঘটাৰ কাৰণে অকলে যাব নোৱাৰে। তেওঁ বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ সভাত বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়াকে বাহাল ৰাখিব লাগে বুলি অকাট্য যুক্তি দাঙি ধৰিলে। ফুকন দেৱৰ আঁকোৰ গোজ মনোভাবৰ কাৰণে বিশ্ববিদ্যালয়ৰ পূৰ্বৰ ব্যৱস্থা অব্যাহত থাকিল। তেওঁ অসুস্থ দেহেৰে ডিব্ৰুগড়লৈ গৈছিল কেৱল উত্থাপিত প্ৰস্তাৱৰ বিৰোধিতা কৰিবলৈহে। ভীষ্ম প্ৰতিম ফুকন ডাঙৰীয়াই স্বস্তিৰ নিশ্বাস পেলালে। তেওঁৰ মাতৃ-ভাষা আৰু মাতৃ ভূমিৰ প্ৰতি অপৰিসীম স্নেহ। সেয়েহে তেওঁ অসম সাহিত্য সভাৰ



হীৰক জয়ন্তী উৎসৱত (২৭ ডিচেম্বৰ ১৯৭৭) সম্বৰ্ধনাৰ উত্তৰত কৈছিল, "মোৰ মৃত্যু যদি অসমৰ বাহিৰত হ'ববাত হয়, তোমালোকক কৈছোঁ— ৰেলৰ তৃতীয় শ্ৰেণীৰ ডবাত হলেও মোৰ মৰা শটো তোমালোকে যেনে-তেনে আনি গোলোকগঞ্জৰ ইপাৰে অসমৰ মাটিলৈ দলিয়াই দিবাঁহক। মই যেন অসমৰ ধূলিৰ লগত মিলি থাকিব পাৰোঁ"।

ফুকন ডাঙৰীয়া এজন ওজস্বী বক্তা। সেয়েহে তেওঁক 'বাগ্মীবৰ' বোলা হৈছিল। এসময়ত অসমত দুজন আগশাৰীৰ বক্তা আছিল। উজনিত নীলমণি ফুকন আৰু নামনিত তৰুণৰাম ফুকন। দুয়োজনেই সভা-শুৱনী আৰু দুয়োজনৰে বক্তৃতাই ৰাইজৰ মনত সাঁচ বহুৱায়। উজনিৰ ফুকন ধীৰ আৰু গহীন, কিন্তু নামনিৰ ফুকন ৰসিক। "মেঘ-নাদী ৰাগ্মিতা আৰু সিংহনাদী গৰ্জনৰ অধিকাৰী" নীলমণি ফুকনে অসমৰ সৰু-বৰ অনেক সভা-সমিতিত বক্তৃতা দিয়ে, আৰু তেওঁ অনেক ৰাজহুৱা অনুষ্ঠানৰ সভাপতি হয়। ইয়াৰ উপৰি তেওঁ সদৌ অসম সাহায্যপ্ৰাপ্ত হাইস্কুল শিক্ষক সন্মিলন, সদৌ অসম কৃষক সন্মিলন, সদৌ অসম কৈৱৰ্ত সন্মিলন আদিৰ সভাপতি হয়। তেওঁ একালত ঢাকা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ সদস্য আৰু বৃন্দাবন বৈষ্ণৱ বিশ্ববিদ্যালয়ৰ চিনেটৰ সদস্য আছিল। তেওঁ মৃত্যুৰ আগলৈকে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ক'ৰ্টৰ সদস্য আছিল। তেওঁ সাহিত্য একাডেমিৰো সদস্য আছিল। সাহিত্য একাডেমিয়ে ১৯৭২ চনত তেওঁক 'সদস্য মহত্তম্' সন্মান যাচে।

বাগ্মীবৰ ফুকনে চাৰিকুৰি বছৰৰ উৰ্দ্ধত দেশ-বিদেশ ভ্ৰমণ কৰি তেওঁৰ চিৰ তৰুণ মনৰ পৰিচয় দিয়ে। তেওঁ বিশ্বশান্তি কংগ্ৰেছৰ প্ৰতিনিধি স্বৰূপে ১৯৬২ চনত ৮২ বছৰ বয়সত মস্কোলৈ যায়। ১৯৬৮ চনত এফ্ৰো-এছিয়ান সন্মিলনত যোগ দিয়ে। তেওঁ বিশ্ব-শান্তি কংগ্ৰেছৰ প্ৰতিনিধি স্বৰূপে ১৯৬৯ চনত জাৰ্মানী, মস্কো আৰু তাছকেন্দ ভ্ৰমণ কৰে। বিশ্ব-শান্তি পৰিষদৰপৰা 'ককা' নীলমণি ফুকনে তৰুণক উদ্দেশ্য কৰি কৈছিল— "তোমালোকৰ বাহিৰে দেশ

অইনে গঢ়িব নোৱাৰে। এইটো সকলো ঠাইতে। নল মৰে, গজালি উঠে। গজালিটোৱে আগৰ নলডালৰ দৰে shape নলব পাৰে, অলপ বেলেগ হ'ব পাৰে। কিন্তু সেই শক্তি তাৰপৰা আহিবই।··· কাজেই তোমালোকৰ তৰুণ শক্তিটো নিশকতীয়া নকৰিবা।··· মনৰ আনন্দ, শৰীৰৰ শক্তি আৰু নৈতিক স্থিৰতা এই তিনিটাই হৈছে জীৱন"। ফুকনে বাৰ্লিনলৈ গৈ তেওঁৰ জাতীয় জীৱন সমৃদ্ধ কৰাৰ প্ৰেৰণা পালে।

ফুকন ডাঙৰীয়াৰ চৰিত্ৰত কঠিন আৰু কোমল দুয়োবিধ উপাদানৰে সমাবেশ ঘটিছে। তেওঁৰ অন্তৰ ফুলৰ পাপৰিৰ দৰে কোমল; কিন্তু বজ্ৰৰ দৰে কঠিন। তেওঁ আত্মাভিমানী, নিজৰ কথা সতকাই নেৰে। তেওঁ যিটো সচাঁ বুলি ভাবে, সি অপ্ৰিয় হলেও বা তাৰ কাৰণে অপ্ৰিয়ভাজন হ'ব লগা হলেও ব্যক্ত নকৰাকৈ নাথাকে। আন কথাত কবলৈ হলে তেওঁ স্পষ্ট ভাষী আৰু নিৰ্ভীক। সম্ভৱ এই কাৰণে অসম সাহিত্য সভাৰ উত্তৰ লক্ষীমপুৰ অধিৱেশনত পদ্মনাথ গোহাঞি বৰুৱা ফুকনদেৱৰ ওপৰত বিতুষ্ট হৈছিল। যি সময়ত পাৰ্বত্য ৰাজ্য গঠনৰ কাৰণে আলোচনা হৈছিল, আৰু যি কালত অসমীয়া ভাষাক ৰাজ্য-ভাষা কৰাৰ বাবে ৰাজ্য-জুৰি আন্দোলন হৈছিল, সেই সময়ত কংগ্ৰেছৰ এজন সাধাৰণ সভ্য হৈয়ো ফুকনে স্পষ্ট অভিমত প্ৰকাশ কৰিছিল।

ফুকন ডাঙৰীয়া গতিশীল ব্যক্তিত্বৰ অধিকাৰী আছিল। গতিশীলতাই জীৱন আৰু স্থবিৰতাই মৃত্যু—এই কথা তেওঁ বিশ্বাস কৰিছিল। চিৰকুমাৰ ফুকনৰ গতিশীল ব্যক্তিত্বই অৱস্থাৰ লগত খাপ খুৱাবৰ কাৰণে তেওঁক সমৰ্থবান কৰিছিল। কোনো অৱস্থাতে তেওঁৰ হতাশাৰ ভাব দেখা পোৱা নাছিলোঁ। নিৰাশা বা কাপুৰুষালি তেওঁ চিনি নাপায়। তেওঁ গভীৰ আশাবাদী। তেওঁৰ ব্যক্তি জীৱন যেন এনে ধৰণৰ আছিল— "nerves of steel, muscles of iron and that gigantic



will which nothing can resist and which will accomplish its purpose in any fashion". সুন্দৰ সুঠাম দেহ আৰু নিপোটল স্বাস্থ্যৰ অধিকাৰী বাগ্মীবৰ ফুকনৰ অদমনীয় মনোবল তেওঁৰ ব্যক্তিত্বৰ এটা উজ্জ্বল বৈশিষ্ট্য। সেইজন ফুকনেই আকৌ আশুতোষ সদৃশ, তেওঁ আপোনভোলা লোক। যিজনৰ ওপৰত ফুকনৰুষ্ট হয়, সেইজনে যদি দোষ স্বীকাৰ কৰে বা তেওঁৰ ওচৰত সেও হয়, তেন্তে ফুকন ডাঙৰীয়াৰ ক্ৰোধভাব দূৰ হয়। তেওঁৰ খং যেন খেৰৰ জুই।

ফুকন ডাঙৰীয়া একেধাৰে কবি, সাহিত্যিক, সমাজনীতিক আৰু ওজস্বী বক্তা। মাতৃভাষা আৰু মাতৃভূমিৰ উন্নতিৰ চিন্তাই তেওঁৰ প্ৰধান আছিল। বাগ্মীবৰ ফুকন অসাধাৰণ ব্যক্তিত্বসম্পন্ন লোক আছিল। তেওঁৰ বিশাল ব্যক্তিত্বই তেওঁক জাতীয় নেতাৰ সন্মান প্ৰদান কৰিলে। ওখ বিশাল বপু, উজ্জ্বল নেত্ৰ, ওখ মন, পকা থেকেৰাৰ দৰে বৰণ, শিশুৰদৰে সৰল, উন্নত মস্তক, শুভ্ৰ বস্ত্ৰ পৰিহিত ফুকন ডাঙৰীয়াৰ ব্যক্তিত্বই অসমীয়া জাতিক যেন পখাৰে আৱৰি ৰাখিছিল। জাতিৰ সেৱাত আত্ম-নিয়োগ কৰা এনে এজন বৰেণ্য নেতাই যোৰ-হাটৰ নিজা বাসভৱনত ১৯৭৮ চনৰ ২০ জানুৱাৰী ( ৬ মাঘ, ১৮৯৯ শক, দ্বাদশী তিথি ) শুকুৰবাৰে শেষ নিশা ২-৩০ বজাত নশ্বৰ দেহ ত্যাগ কৰে। সিংহনাদী ফুকনৰ দেহা পঞ্চভূতত লীন হলেও তেওঁৰ অভ্ৰভেদী ব্যক্তিত্ব আৰু চাৰিত্ৰিক দৃঢ়তাই ডেকাসকলক কৰ্মৰ প্ৰেৰণা যোগাব। "শত শত মৃত্যুৰ আহ্বান কোলাহল" বুলি ভবা বাগ্মীবৰ নীলমণি ফুকনে 'অৱসান' কবিতাত কৈছে—

"নিৰ্লিপ্ত প্ৰাণত দুখ সুখ অৱসান,
অৱসান মৃত্যুভয় জীৱন্মুক্তৰ।"

এনে এজন গুণী-জ্ঞানী, দেশহিতৈষী, পিতামহ সদৃশ পুৰুষৰ বিয়োগত আমাৰ জাতীয় জীৱন আৰু ভাষা-সাহিত্যৰ অপূৰণীয় ক্ষতি হ'ল।

# বাগ্মীবৰ নীলমণি ফুকন

—নলিনী বালা দেৱী

সদৌ অসমৰ ল'ৰাৰপৰা বুঢ়ালৈকে অসমৰ ককা বাগ্মীবৰ নীলমণি ফুকন। বৰ্ত্তমান সময়ত এই গৰাকী সৰ্বজন প্ৰিয় ককাৰ সমবয়সী আদৰ্শৰ ভোটাতৰা দ্বিতীয় জন পুৰুষ আৰু অসমত নোলাব। একোজন মহান পুৰুষৰ আদৰ্শ লৈ জাতিৰ জীৱন গঠিত হয়। আমাৰ মাজত এতিয়ালৈকে অসমৰ উঠি অহা কেইবা চামেও এইজন পুৰুষৰ চৰিত্ৰ, আদৰ্শ, ত্যাগৰ আৰ্হি লৈ নিজৰ জীৱন গঢ় দিবলৈ পাই থকাটো কম সৌভাগ্যৰ কথা নহয়। 'ককা' বুলি সকলো বয়সৰ লোকে নিৰ্ভয়ে অন্তৰত শ্ৰদ্ধা আৰু চেনেহ লৈ ককাৰ ওচৰ চাপে, হাঁহি-মাতি কথা কয়, কেতিয়াবা চেঙেলীয়া ল'ৰাহঁতে ককাৰ লগত ৰগৰ কৰি ভাল পায়। সকলোৱে জানে ককাৰ খং নুঠে, ককাই বেয়া নাপায়। সেই বাবেই এনে এজন সমাজৰ মূধৰ খুটা, বয়োবৃদ্ধ, মানী, জ্ঞানী, গুণী, স্বদেশ পূজাৰী, কবি, সাহিত্যৰ মণি-মাণিকেৰে ভূষিত সৰ্বত্যাগী পুৰুষক তেনেই আপোন ভাবি সকলো কাষ চাপে। এইটো ভাবিব লগীয়া কথা। সকু সকু মইনাহঁতেও ককাৰ লগত নিৰ্ভয়ে হাঁহি কথা কবলৈ কিহে প্ৰেৰণা দিয়ে? এই প্ৰেৰণাৰ উৎস হৈছে বাগ্মীবৰ ফুকন দেৱৰ এখনি নিৰ্মল শুদ্ধ হিয়াৰ উদৰ মৰমৰ আকৰ্ষণ। হৃদয় শুদ্ধ হলে, আত্মা নিৰ্মল হলে মানুহ হয় পৃথিৱীৰ আপোন। "বসুধৈব কুটুম্বকম্"। এটি নিৰ্মল শুদ্ধ আত্মাৰ প্ৰভাৱে বিশ্ব-আত্মাক আকৰ্ষণ কৰে। ফুকনদেৱৰ কবি-প্ৰাণত কালৈকো বিদ্বেষ নাই, কপট নাই। কিবা বেয়া পালে মুখৰ আগতে দাবী দি কৈ দিব, লুক-ঢাক নাই। কবিৰ ভাষাৰে কবৰ মন যায়—

"পৃথিৱী কবিৰ ঘৰ
জগত আপোন"



ব্যক্তিগতভাৱে এইজন পুৰুষৰ চৰিত্ৰত বহু বিচাৰৰ থল আছে। অসমৰ অভিজাত বংশৰ বংশধৰ হিচাপে ফুকনদেৱৰ ৰূপ, সৌন্দৰ্য, গাম্ভীৰ্য আৰু ব্যৱহাৰ সম্পূৰ্ণ অভিজাত গুণাৱলীৰে সুশোভিত। যৌৱনত তেওঁৰ ৰূপ-সৌন্দৰ্য-স্বাস্থ্যত চালে চকুৰোৱা তেজী গোলাপৰ দৰে সেন্দুৰীয়া গাৰ বৰণে অসমীয়া ডেকা সমাজক জিলিকাই তুলিছিল। মনত এটি অদম্য স্বদেশ-সেৱাৰ ভাবে নিজৰ কথা ভাবিবলৈ পাহৰাই ৰাখিছিল। আপোনজনৰ বহু অনুৰোধতো ফুকন দেৱে বিয়া বাৰু কৰাই সংসাৰী হবলৈ মন নকৰি, অসমৰ শিক্ষাৰ উন্নতিৰ কাৰণে দেহে-কেহে যত্ন কৰিলে। ফুকনদেৱৰ একাণপতীয়া যত্নত ডিবৰুগড় জৰ্জ স্কুল স্থাপিত হয়। ফুকন দেৱে নিজে শিক্ষকতা কৰি সেই স্কুলখন চিৰস্থায়ী কৰিলে। ডেকা কালৰেপৰা ফুকনদেৱৰ কবি প্ৰাণত কবিতাৰ ফুল ফুলিবলৈ ধৰে, তেতিয়াৰে পৰা ফুকনদেৱে কবিতা সাধনাত আত্মনিয়োগ কৰে।

যোৰহাটত নিজা ঘৰত থাকি তেখেতে যোৰহাটৰ "বাতৰি" নামৰ কাকতৰ সম্পাদনা কৰে। এই সময়ৰ কথা এটি মনত পৰে। বাগ্মীবৰ ফুকনদেৱ আৰু সঙ্গীত-সাধক কীৰ্তিনাথ বৰদলৈ দুয়ো যোৰহাটতে থাকে। দুয়ো খুউব বন্ধু। দুয়োজনেই হাঁহি ধেমালিত পাকৈত, দুয়োজনে দুয়োজনৰ লগত নানান হাঁহি উঠা কথাৰে ধেমালিৰে দ্বন্দ্ব কৰে। বাতৰি কাকতত অসহযোগ আন্দোলনৰ সময়ত দুয়োজনৰে খুব অৰিয়া-অৰি, লেখা-লেখি চলিছিল; পঢ়ুৱৈ সমাজে বৰ আমোদ অনুভৱ কৰিছিল।

শিৱ-সাগৰত বহা অসম সাহিত্য সভাৰ সভাপতি বাগ্মীবৰ নীলমণি ফুকনে সভাপতি বৰণৰ পাছত আসন গ্ৰহণ কৰিয়েই যিটি আবেগময় ভাষণ দিছিল, সেই ভাষণত জনমভূমি অসম মাতৃৰ প্ৰতি মাতৃ-ভক্ত পুত্ৰৰ বুকুৰপৰা যি উচ্ছ্বাস বৈ পৰিছিল, তাৰ প্ৰতিটি শব্দই হাজাৰ হাজাৰ শ্ৰোতাক মুগ্ধ আৰু স্তম্ভিত কৰি তুলিছিল। মন্ত্ৰ-মুগ্ধৰ দৰে মই সেই ভাষণ শুনি থাকোতে দুচকুৰপৰা মোৰ ধাৰাসাৰে চকুলো বৈ

পৰিছিল। দেশ মাতৃলৈ পুত্ৰৰ দৰদী হিয়াৰপৰা নৈৰ সোঁতৰ দৰে বৈ পৰা আবেগ, প্ৰেম আৰু ভক্তিৰ অবিৰাম সুমধুৰ বাক্যৰ এধাৰি কবিতাৰ মালাৰ দৰে আছিল তেখেতৰ ভাষণ। বাগ্মিতাত ফুকন দেৱৰ লগত ফেৰ মাৰিব পৰা অসামান্য প্ৰতিভা অসমত বিৰল। সেয়েহে অসম সাহিত্য সভাই নীলমণি ফুকন দেৱক 'বাগ্মীবৰ' নামেৰে সজালে।

স্বাধীনতা যুজত ফুকনে আত্মনিয়োগ কৰি কংগ্ৰেছ বিধান সভাৰ সদস্য ৰূপে বহু কাল সেৱা আগবঢ়ায়। মহাত্মা গান্ধীৰ সত্য অহিংসা নীতি তেখেতে মনে-প্ৰাণে অনুসৰণ কৰি আহিছে। বাগ্মীবৰ ফুকনৰ অলেখ ভাষণৰ মূল সূত্ৰ দেশৰ প্ৰেম।

অসমৰ সমস্যাসমূহত আগ ভাগ লৈ বাগ্মীবৰ ফুকনদেৱে নিজ অৰিহণা যোগাই আহিছে। প্ৰত্যেকটি সমস্যাতে জড়িত হৈ আছে ফুকনৰ নিঃস্বাৰ্থ স্বদেশ-প্ৰীতি।

ভাষাৰ ভিত্তিত প্ৰদেশ গঠন কৰিবলৈ অহা সীমা কমিশ্বনৰ আগত সাক্ষী দিবলৈ যোৱা অসম সাহিত্য সভাৰ সঁজাতী দলে গুৱাহাটীত সীমা কমিশ্বনৰ আগত বঙলা আৰু অসমীয়া ভাষাৰ পাৰ্থক্য ব্যাকৰণৰ উল্লেখ কৰি বহলাই বুজাই কোৱা কথাবোৰৰ অকাট্য যুক্তিবোৰ সীমা কমিশ্বনে উলাই কৰিব নোৱাৰিলে। সেই সমস্যা অতি ভয়াবহ আছিল। বঙ্গ কংগ্ৰেছে গোৱালপাৰা জিলাখন বঙ্গভুক্ত হব লাগে বুলি দাবী কৰিছিল। গোৱালপাৰাৰ ভাষা বঙ্গভাষা বুলি কৈছিল। সেই সম্বন্ধে গোৱালপাৰাৰ ভাষা অসমীয়া নে বঙালী, প্ৰমাণ কৰিবলগীয়া হৈছিল। সেই সময়ত অসম সাহিত্য সভাৰ সভানেত্ৰী, এই লেখিকা, সম্পাদক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা, প্ৰাক্তন সভাপতি শ্ৰীনীলমণি ফুকন, আৰু কাৰ্য্য নিৰ্বাহক সমিতিৰ সদস্যসকল যোৱা গৈছিল। নীলমণি ফুকন দেৱে কৈছিল, "বঙালী ভাষাত কয় 'আমি যাব না'—অসমীয়াই কয় 'মই নাযাওঁ'। গোৱালপাৰা বাসীয়ে কয় 'মুই নাযাং'। বাঙালীয়ে কয় 'আমি কৰব না', অসমীয়াই কয়—'মই নকৰোঁ', গোৱালপৰীয়া ভাষাই কয় 'মুই নাকৰোং।' বঙালী ভাষাত মেকুৰীক কয় 'বেড়াল,' অসমীয়াই কয় 'মেকুৰী', গোৱালপৰীয়া ভাষাত কয় 'মেকৰী' আৰু বহুতো উদাহৰণ দি গোৱালপাৰাৰ ভাষা অসমীয়া বুলি ফুকনে যুক্তি দাঙি ধৰে। সীমা কমিশ্বনৰ তিনিজন ৰাজনীতিজ্ঞ পুৰুষ ডঃ পানিক্কৰ, হৃদয়নাথ কুঞ্জৰু আৰু তফৰ্জ্জুল আলিক (অসমৰ ভূত পূৰ্ব গৱৰ্ণৰ) তেওঁ তবধ লগাব পাৰিছিল। অকাট্য প্ৰমাণসহ তেজস্বী বক্তৃতাৰে।



অসমৰ এনে এখন সভা নোলাব য'ত বাগ্মীবৰ ফুকন ককাৰ গল গলীয়া মাতৰ ধাৰ নিছিগা বক্তৃতাই তল-ওপৰ লগোৱা নাই। পুৰণি কবিৰ কবিতা এষাৰি মনত পৰে—

"আশী বছৰীয়া আপ, মগজুত নাই তাপ,
মাতিছা ডেকাৰ মাত, লৰা নাই এটি দাঁত
নাতি সবে বোলে মাথো ককা ॥

এইজন পুৰুষক দেখিলে অতীতৰ বাৰ অসমীয়া জাতিৰ ঐতিহ্যৰ স্মৃতি জাগি উঠে। কোনো দেশে চুব নোৱাৰা, পৰাজিত কৰিব নোৱাৰা দেশ আছিল অসমভূমি। এই দেশৰ পুৰুষসকল আছিল স্বাস্থ্য, সৌন্দৰ্য, শক্তি, প্ৰতিভা আৰু দীৰ্ঘায়ুৰ অধিকাৰী। চাৰি কুৰিৰ দেওনা পাৰ হৈ এশৰ কোঠালৈ পোনোৱা, বয়সৰ সীমাই চুব নোৱাৰা, সদো অসমৰ নিভাঁজ দাপোন স্বৰূপ অসম দেশৰ ককা বাগ্মীবৰ নীলমণি ফুকন দেৱৰ আদৰ্শেৰে জাতি গঢ়ি উঠক।

অসমৰ বাহিৰেও ভাৰতৰ নানা ঠাইত বাগ্মীবৰৰ বক্তৃতাই সমাদৰ লাভ কৰিছে। এইজন মহান কৰ্মী পুৰুষক বয়সৰ বাধাই সেও মনাব পৰা নাই। অতীতৰ আশ্ৰম-নিবাসী যোগী ঋষিসকলৰ দৰে আজন্ম ব্ৰহ্মচাৰী, ত্যাগী পুৰুষ, আদৰ্শ চৰিত্ৰ-গুণত সমাজৰ শীৰ্ষ স্থানত থকা বাগ্মীবৰে দেশৰ মৰম-চেনেহ, শ্ৰদ্ধা সন্মানৰ আসনৰ গৌৰৱ বঢ়াই চাৰি কুৰি দহ বছৰৰ সীমাত ভৰি দিছেহি। সকলোৰে সন্তোষ বঢ়াই অসমৰ ভোটা তৰা কবি-সাহিত্যিক, ৰাজনীতিজ্ঞ, সমাজ নেতা বাগ্মীবৰ কবি নীলমণি ফুকন দেৱক পৰমেশ্বৰে শতায়ুৰ অধিকাৰী কৰক, এয়ে কামনা।

# বাগ্মীবৰ ফুকন ঃ মানুহজন, ব্যক্তিত্ব

—অমিয়কুমাৰ দাস

"আপুনি ইয়ালৈকে আহক। জৰ্জ স্কুলখন মই ফাগু'শ্বন কলেজৰ দৰে কৰিম। ইয়াতেই ( Deccan Education Society ) দ্ৰাবিড় শিক্ষা সমিতিৰ দৰে অনুষ্ঠান গঢ়িম। ইয়াতেই ভাৰত সেৱক সমিতি ( Servant of India Society )ৰ দৰে অনুষ্ঠান গঢ়ি কম দৰ্মহা লৈ দেশ-সেৱাত ব্ৰতী হোৱা এদল ডেকাক লগ লগাম"। কথা কেইষাৰ কৈছিল বাগ্মীবৰ নীলমণি ফুকনে। ১৯১৭ চনৰ অক্টোবৰ মাহ। সেই সময়ত মই কলিকতাত ল' কলেজৰ ছাত্ৰ। যোৰহাটত বহা অসম ছাত্ৰ সম্মিলনৰ দ্বিতীয় অধিবেশনত যোগ দিয়াৰ পাছত ডিব্ৰুগড়লৈ গৈছিলোঁ বন্ধু কবি ৺যতীন দুৱৰাৰ ওচৰলৈ। সেই সময়ত ৺দুৱৰাই জৰ্জ স্কুলত শিক্ষক হিচাপে কাম কৰিছিল। পূজাৰ বন্ধৰ দিন কেইটা দুৱৰাৰ লগত কটাম বুলি গৈছিলোঁ। জৰ্জ স্কুলৰ কম্পাউণ্ডৰ মাজত থকা স্কুলৰ দাঁতিত এটা সৰু খেৰৰ ঘৰ। তাতেই মই ৺দুৱৰাৰ আলহী, আৰু তাতেই সাময়িক প্ৰসঙ্গ ফুকনৰ লগত আলোচনা কৰিছিলোঁ।

বাগ্মীবৰ ফুকনৰ কথা কেইষাৰে মনত বৰকৈ প্ৰভাৱ পেলালে। সেই সময়ত দেশৰ সকলো ছাত্ৰৰ মাজত দেশ-সেৱাৰ বাবে প্ৰবল ধাউতি সৃষ্টি হৈছিল। বিশেষকৈ অসমীয়া ছাত্ৰসকলৰ মাজত ভাব হৈছিল পৰাধীন ভাৰতত অসম দেশখন আটাইতকৈ পিছপৰা। শিক্ষা অনুষ্ঠানৰ অভাৱ। আসাম এছোছিয়েশ্বনৰ দৰে ৰাজনৈতিক অনুষ্ঠান গঢ়ি উঠিলেও বৰ দুৰ্বল। অসমে ভাৰতবৰ্ষত কেনেকৈ এখন যোগ্য আসন পাব পাৰে, সেয়ে চিন্তা হৈছিল। ভাৰতৰ ৰাজনীতিৰ ক্ষেত্ৰত ভাৰতীয় জাতীয় কংগ্ৰেছৰ দৰে এটা ৰাজনৈতিক অনুষ্ঠান গঢ়ি উঠিছে। ভাৰতৰ সকলো প্ৰদেশতে ৰাজনৈতিক নেতাসকলে দেশৰ ৰাইজৰ মাজত এটা



জাগৰণৰ ভাব আনিছে। দেশৰ ৰাইজক জগাই তুলিবলৈ নানান বাতৰি কাকত উলিয়াইছে। অসমত যে একো নাই, ছপাশালো নাই। বাতৰি কাকত নাই। জনসংগঠন কৰিবলৈ কোনেও একাণপটীয়াকৈ লগা নাই। এই বিলাক কথাই অসমৰ উঠি অহা ডেকাসকলৰ মনলৈ বেজাৰৰ ভাব আনিছিল। কেনেকৈ অসমে আন আন প্ৰদেশৰ লগত সমানে সমানে খোজ দিব পাৰে, এয়েই তেওঁলোকৰ চিন্তা হৈছিল।

ভাৰতৰ কেৱল ৰাজনৈতিক কৰ্মক্ষেত্ৰ নহয়, সমাজৰ কৰ্মক্ষেত্ৰতে গোখলে, তিলককে আদি কৰি বহুতো নেতাই প্ৰতিষ্ঠা লাভ কৰি দেশ খনক উন্নতিৰ বাটত আগুৱাই নিছে। তেওঁলোকে মহাৰাষ্ট্ৰৰ পুনাত নানান অনুষ্ঠান গঢ়ি দেশসেৱাত ব্ৰতী হোৱা এটা সেৱক দল গঢ়িছে। তেওঁলোকে যি আদৰ্শ লৈ দাৰিদ্ৰ্যকে স্ব-ইচ্ছাৰে বাছি লৈ দেশমাতৃক সেৱা কৰাত ব্ৰতী হৈছে, তেনে আদৰ্শৰ প্ৰভাৱ বহুতৰে ওপৰত পৰিছিল।

ফুকন দেৱৰ কথা কেইষাৰে মনলৈ এটা নতুন ভাব আনিলে। আইন পঢ়া এৰি দি জৰ্জ স্কুলত শিক্ষকতাৰ পদ লৈ লগে লগে ফুকন দেৱক সহায় কৰিবলৈ প্ৰবল হেঁপাহ হ'ল। এইবাবে ডিব্ৰুগড়লৈ সোনকালে উভতি যাম বুলি মনতে এটা ভাব লৈ তেজপুৰলৈ উভতিলোঁ।

উভতি আহি তেজপুৰত অভিভাৱককে আদি কৰি পৰিয়ালৰ সকলোৰে ওপৰত মনৰ ভাব প্ৰকাশ কৰাত তেওঁলোক সকলোৱে একে বাক্যে কলে, "সেইটো হ'ব নোৱাৰে; আগতে ল' পঢ়া শেষ কৰ। তাৰ পাছত কি কৰ, তেতিয়া চিন্তা কৰা হব।"

বাগ্মীবৰ ফুকনৰ লগ হৈ ফাগু'শ্বন কলেজৰ দৰে কলেজ পাতি দেশ সেৱকৰ দল এটা গঢ়ি তোলাৰ সংকল্প তাতেই মাৰ গ'ল।

ফুকনৰ সহকৰ্মী হৈ কাম কৰিব নোৱাৰিলেও ফুকনৰ কথাবিলাক মনত দকৈ সোমাল।

• • • •

১৯১৮ চন আহিল। আগষ্ট মাহত ডিব্ৰুগড়ৰ পৰা সাপ্তাহিক

অসমীয়া বাতৰি কাকতৰ জন্ম হ'ল। তাতো ফুকনদেৱৰ পূৰ্ণ সহযোগ আছিল। প্ৰবন্ধাদিৰে কাকতখন সময়মতে প্ৰকাশ কৰাত বৰঙণি যোগালে। ১৯১৭ চনটো এটা লেখতলঁবলগীয়া বছৰ। মণ্টেগুৰ ঘোষণাই ভাৰতৰ আন আন প্ৰদেশৰ লগতে অসমলৈ নতুন আকাঙ্ক্ষাৰ ঢল আনিলে। সেইবাবে ১৯১৮ চনত সাপ্তাহিক অসমীয়া বাতৰি কাকত প্ৰতিষ্ঠা হোৱাটো ডাঙৰ কথা আছিল। বাগ্মীবৰ ফুকনে হাতত কাপ লৈ সেই আশা-আকাঙ্ক্ষা পূৰণ কৰিবলৈ বৰঙণি দিয়াটো তেওঁৰ জীৱনৰ এটা মহৎ কাম আছিল।

• ∘ ∘ ∘

১৯২১ চন। ভাৰতৰ ৰাজনীতিত বহুতো পৰিবৰ্ত্তন আহিল। মহামতি গোখেলে যি ত্যাগ আৰু দেশসেৱাৰ আদৰ্শ দাঙি ধৰিছিল, সেই আদৰ্শকে নতুনৰূপে ৰূপায়িত কৰিবলৈ যত্ন কৰিলে আৰু এগৰাকী নেতাই—মোহনদাস কৰমচাঁদ গান্ধীয়ে। তেওঁ ছাত্ৰসকলক ক'লে "তোমালোকে স্কুল কলেজ এৰি দি গাঁৱলৈ যোৱাঁ। গাৱঁলীয়া জনতাক সেৱা কৰাত লাগাঁ। এবছৰৰ ভিতৰত স্বৰাজ আহিব। ৰাজনৈতিক নেতাসকলে কাউঞ্চিল আদালত এৰি গাৱলৈ গৈ দেশৰ জনতাক সেৱা কৰক।" দেশলৈ নতুন ভাবৰ ঢল আহিল।

∘ ∘ ∘ ∘

"আপুনি কাউঞ্চিল এৰি দি আহক! জীৱনৰ ভবিষ্যত বিসৰ্জন দি দেশসেৱাত ব্ৰতী হোৱা ডেকাদলৰ নেতৃত্ব লওকহি। এতিয়া কাউঞ্চিল আৰু জৰ্জ স্কুল লৈ বহি থকাৰ সময় নহয়।" ১৯২১ চনৰ আগষ্ট মাহত ডিব্ৰুগড়ত ফুকনদেৱক কোৱা হ'ল। জৰ্জ স্কুলৰ কথা কোৱাত টিঙিচ কৰে তেওঁৰ মনলৈ উত্তেজনা আহিল। উত্তেজনাৰ সুৰত তৰ্ক কৰিলে। প্ৰাণৰ পুতলাক বিসৰ্জন দিবলৈ কোৱা কথা কোনো পিতৃয়ে সহি থাকিব পাৰে জানো? অল্পপৰৰ পাছত উত্তেজনা শাম কাটিল, ক'লে, "গোখেল জীয়াই থকা হলে গান্ধীৰ বিৰোধিতা কৰিলেহেঁতেন। মই কাউঞ্চিলত থাকি আপোনালোকৰ মতেই কাম কৰিম। মাদকতা



নিবাৰণ, স্বদেশী প্ৰচাৰত সহায় কৰিম। আপোনালোকৰ দৰে অসহযোগী নহৈও অসহযোগৰ কাৰ্য্য তালিকা মতে কাম কৰিম।" বাগ্মীবৰ ফুকনে এইদৰে উত্তৰ দিলে।

∘ ∘ ∘ ∘

১৯২৭ চনৰ মাৰ্চ মাহ। আসাম লেজিছলেটিভ কাউন্সিলৰ ডিব্ৰুগড় সমষ্টিৰ নিৰ্বাচনৰ বাবে ডিব্ৰুগড়লৈ যাবলগীয়া হ'ল। স্বৰাজিষ্ট প্ৰাৰ্থী ৺লক্ষেশ্বৰ বৰুৱা অসহযোগৰ পাছত কাউন্সিললৈ কিয় যাবলগীয়া হৈছে ৰাইজক বুজাবলগীয়া হৈছে।

∘ ∘ ∘ ∘

"আহিল আপোনালোক! মোৰ কিহলৈ ভয়! সাগৰে শয়ন যাৰ, শিশিৰে কি ভয় তাৰ?" তিনিচুকীয়া ৰেল ষ্টেশ্বনত লগ পাই ফুকনদেৱে কলে—মোৰ লগত ৺লক্ষীধৰ শৰ্মা। বিৰক্তিৰ ভাব থাকিলেও মুখৰ পৰা হাঁহি গুচা নাছিল। একেলগে ডাঙৰী ষ্টেশ্বনত নামিছিলোঁগৈ।

সভাত ফুকনদেৱে ক'লে—"এওঁলোকে দুয়ো এদিন কাউন্সিলৰপৰা ওলাই আহিবলৈ কৈছিল। আজি সেই কাউন্সিললৈকে মোৰ ঠাইত মোৰ ভাগিন লক্ষ্যেশ্বৰক সুমুৱাবলৈ আহিছে। আগতে ওলাই আহিবলৈ কোৱা কথাষাৰ যে ভুল আছিল, এতিয়া বুজি মোৰ বাটলৈ অহাত ভাল পাইছোঁ।" ফুকনদেৱে এইদৰে সভাত ৰাইজৰ ওচৰত নিজৰ বক্তব্য আৰম্ভ কৰিলে।

∘ ∘ ∘ ∘

"এইখিনিও ওলালহিনে? মই এতিয়া চাহ-বাগিছা খোলাত লাগিছোঁ।" হাঁহি মুখেৰে কলে ফুকনদেৱে। নিৰ্বাচনৰ কিছুদিন পাছত গৈছিলোঁ শিৱসাগৰলৈ বন্ধু ৺যাদব প্ৰসাদ চলিহাক লগ ধৰিবলৈ। মোৰ লগত ত্যাগবীৰ ৺হেমচন্দ্ৰ বৰুৱা। চলিহাই তেওঁলোকৰ চাহ বাগিছা বনমালীৰ পৰা তেওঁ নিজাকৈ লোয়া কৰঙনি গ্ৰাণ্ট দেখুৱাবলৈ নিছিল। দুৰ্গম বাট। সেই যুগৰ বৰ্তমানৰ জীপৰ দৰে কাম কৰা

পুৰণি ফোৰ্ড এখনত বনমালীৰপৰা মৰাণ্ হৈ সেইখিনি পাইছিলোঁগৈ। কৰঙনিৰ ওচৰতে ফুকনেও গ্ৰাণ্ট লৈ চাহবাগিছা খুলিবলৈ লোৰাত তালৈকো চলিহাই নিছিল।

চাহ-বাগিছা খোলা যে কিমান ব্যয়সাধ্য আৰু কষ্টসাধ্য কাম, তালৈ ভ্ৰূক্ষেপ নাই। হাবিৰ মাজত ফুকন চাহ-বাগিছা খোলাত ব্যস্ত। সেই সময়ত কিছুমান অসমীয়া লোকে গ্ৰাণ্ট লৈ চাহ-বাগিছা খোলাত মন দিছিল। ধন ঘটি উদ্যোগপতি হবলৈ ফুকনৰ মন নাছিল। অসমত অসমীয়াই কিয় চাহ-উদ্যোগ বিদেশীৰ হাতলৈ এৰি দিব? তেওঁৰ সাহ আৰু উদ্যমৰ শলাগ ললোঁ।

° ° ° °

১৯৩৩ চন। ভাৰতত স্বাধীনতা আন্দোলন চলি আছে। অসমতো সেইদৰে আন্দোলন চলি আছে। মহাত্মা প্ৰমুখ্যে বহুতো নেতা জেইলত বন্দী। বন্দী থাকিলেও অস্পৃশ্যতা বৰ্জন আন্দোলনৰ প্ৰচাৰ চলাবলৈ চৰকাৰে মহাত্মাক সুবিধা দিছে। ইয়াৰ ফলত ৰাজনৈতিক আন্দোলনে সমাজ সংস্কাৰৰ আন্দোলনৰ ৰূপ লৈছে। এইবাবে ৰাজনৈতিক নেতাসকলৰ মনলৈ নানান সন্দেহ আহিছে। সাম্ৰাজ্যবাদী বৃটিছ চৰকাৰে এই সংশয় দৃঢ় কৰিবলৈ নানান বিবৃতি দিছে। নেতাসকলৰ মনত বিশৃঙ্খল ভাবৰ সৃষ্টি কৰিছে।

অসমতো কিছুমানৰ মনলৈ সংশয় আহিল। অসমলৈ বাহিৰৰ পৰা মানুহৰ ঢল আহি আছিল। এই ঢলত অসমত অসমীয়াৰ অস্তিত্ব ৰক্ষা কৰিব পৰা হব নে? মাটিৰ পত্তনত বাহিৰৰপৰা অহা মানুহে থলুৱাতকৈ অধিক সুবিধা পাই আছিল। চাকৰি-বাকৰিৰ ক্ষেত্ৰতো বাহিৰা প্ৰাৰ্থীয়ে সুবিধা পাইছিল। কংগ্ৰেছে স্বাধীনতাৰ আন্দোলনত লাগিছে হয় এনেবিলাক কথালৈ কোনে চকু দিব? অসমত থলুৱা নিবনুৱা ডেকাৰ সংখ্যা বাঢ়িব ধৰিছে। এনে এটা পৰিস্থিতিত 'অসম সংৰক্ষিণী সভা'ৰ জন্ম হ'ল। ফুকন দেৱেও এই অনুষ্ঠানটোত যোগ দিলে।



"অসমলৈ বিদেশীৰ ঢল আহিব পাৰিছে কিয়! অসমীয়া এলেহুৱা, উদ্যমহীন, দুৰ্নীতিপৰায়ণ হব ধৰিছে। চৰিত্ৰবল হেৰুৱাইছে। ধনৰ লোভত অসমীয়া কৰ্মচাৰীয়েই বিদেশৰপৰা অহা লোকক মাটিৰ পত্তন দিছে। চৰিত্ৰই একোটা জাতিৰ সম্পদ।" এইদৰে গাঁৱে গাঁৱে ফুকনে প্ৰচাৰ কৰাত লাগিল। মুখেৰে প্ৰচাৰ কৰি সন্তুষ্ট নহ'ল। ছপাখানা খুলি ললে। বাতৰি কাকত উলিয়ালে।

° ° ° °

১৯৪২ চন। 'ভাৰত ত্যাগ' আন্দোলন আৰম্ভ হৈছে। অসমৰ জেইলবিলাক নিৰাপত্তা বন্দীৰে ভৰ্ত্তি হবলৈ ধৰিলে। বাগ্মীবৰ ফুকন দেৱকো গ্ৰেপ্তাৰ কৰি যোৰহাট জেলতে বন্দী কৰা হ'ল। তেওঁৰ অভিযোগ তেওঁ বৃটিছক ভাৰত এৰিবলৈ কৈছে।

১৯৪৭ চনৰ নৱেম্বৰ মাহ। ফুকনদেৱ অসম লেজিছলেটিভ এচেম্বলীলৈ নিৰ্বাচিত হ'ল।

° ° ° °

১৯৬০ চন। তেওঁক ৰাজনৈতিক পেন্সন দিয়াটো স্থিৰ হ'ল। ফুকনদেৱৰ উত্তৰ হ'ল, "পুৰস্কাৰৰ আশাত মই দেশ-সেৱা কৰা নাছিলোঁ। মোক দিয়া ধন মিতুৰ আশ্ৰমলৈকে দিয়া। পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি বাঢ়ক।" এইদৰে ৫০ বছৰৰ ওপৰৰ বাগ্মীবৰ ফুকনদেৱে দেশৰ নানান কৰ্মক্ষেত্ৰত দেশসেৱা কৰি ৯০ বছৰৰ দেওনা পাৰ হৈছে।

জীৱনটো নিয়ালে আদৰ্শৰ সন্ধানত। তেওঁ আদৰ্শবাদী। কোন আদৰ্শবাদী? এই প্ৰশ্নৰ উত্তৰ দিওঁতে ভাবোঁ—আদৰ্শবাদী সেইজনেই যিজনে বস্তুবাদী আৰু আধ্যাত্মিক মূল্য বিচাৰ কৰিবলৈ যত্ন কৰি আধ্যাত্মিক মূল্যৰে বস্তুবাদী মূল্য নিয়ন্ত্ৰণ কৰে, তেৱেঁই আদৰ্শবাদী। ইয়াকেই জীৱনৰ মূল সঁচাৰ-কাঠি হিচাপে লৈ জীৱনটো নিয়ন্ত্ৰণ কৰে।

ফুকনে যেতিয়া ডেকা বয়স পালে, সেই সময়ত ভাৰতৰ কৰ্মক্ষেত্ৰত এজনা মহাপুৰুষৰ আদৰ্শ গ্ৰহণ কৰি তেওঁ অসম মাতৃৰ সেৱাত

ব্রতী হ'ল। সেইজনা মহাপুৰুষৰ আদর্শ অনুসৰণ কৰি ডিব্রুগড়ত অনুষ্ঠান প্রতিষ্ঠা কৰিবলৈ সংকল্প ললে।

মানুহৰ জীৱনত স্থিতি-স্থাপকতা নাই, গতিশীলতা আছে। পর্বতৰ পৰা নৈ ওলাই ভৈয়ামলৈ নামি গতি কৰে সাগৰৰ সন্ধানত। ফুকদেৱেও জীৱনটো নিয়াইছে আদর্শৰ সন্ধানত।

আজি সমাজবাদী সমাজ গঢ়াৰ ধ্বনি শুনিবলৈ পোৱা গৈছে হয়, কিন্তু সেই সমাজবাদক ৰূপ কেনেকৈ দিব পাৰি? এই প্রশ্নৰ উত্তৰ বিচাৰি মানুহে নানান উপায় লৈছে। কিন্তু তেনেবিলাক উপায়ে মানুহৰ হৃদয়ৰ পৰিবৰ্ত্তন অনা নাই। বস্তুবাদী দর্শনত যি মলিনতা আনিছে, সেই মলিনতা গুচাবপৰা নাই। বৰঞ্চ, বস্তুবাদৰ মেৰপাকত পৰি সমাজবাদে আন ৰূপ লৈছে। এনে এটা সময়ত ফুকনদেৱে লগ লৈছে প্রকৃত সমাজবাদী সমাজ গঢ়িবলৈ যত্ন কৰোঁতা আচার্য বিনোৱাজীৰ। অসমৰ য'তে গ্রামদানৰ বাবে সভা পতা হয়, তাতেই বাগ্মীবৰ ফুকনদেৱ এনে বয়সতো নোযোৱাকৈ নাথাকে। বস্তুবাদী সভ্যতাৰ ঢলত উটি যোৱা অসমীয়া সমাজখনক কেনেকৈ ৰক্ষা কৰিব পাৰি, এয়েই তেওঁৰ ধ্যান। বস্তুবাদী সভ্যতাৰ গ্রাসত সমাজৰ সাংস্কৃতিক আৱৰণক কেনেকৈ সংস্কাৰ কৰিব পাৰি, এয়েই তেওঁৰ সপোন। ইয়াতেই তেওঁৰ ব্যক্তিত্বৰ পৰিচয়।



# বাগ্মীবৰ ককাৰ স্মৃতিৰ চেকুৰা

—শ্রীঅতুলচন্দ্র হাজৰিকা

কর্মবীৰ নবীন চন্দ্র বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, লোকপ্রিয় গোপীনাথ বৰদলৈ, সাহিত্যৰথী লক্ষীনাথ বেজবৰুৱা, সংৰক্ষিণী-বীৰ অম্বিকাগিৰি ৰায়চৌধুৰী আৰু নাট্যচার্য্য ইন্দ্রেশ্বৰ বৰঠাকুৰ প্রভৃতি দেখা পোৱা অসমৰ জনচেৰেক সিংহ-পুৰুষৰ নামবোৰ স্মৰণ কৰিলেও মনটো ভাল লাগি যায়। বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াও আছিল এই দেশবৰেণ্যসকলৰ অন্যতম। গোহাঞিবৰুৱাৰ এফাকি কবিতা:

"আশী বছৰীয়া আপ মগজত নাই তাপ
নেদেখি এডালি চুলি পকা,
মাতিছে ভীমৰ মাত নাই যে ভাগৰ গাত
নাতি সবে বলে মাথো ককা।"

বাগ্মীবৰ ফুকন ডাঙৰীয়াও আছিল এই নিচিনা প্রায় এশ বছৰীয়া ককা। ল'ৰাৰ ককা, ডেকাৰ ককা, বুঢ়াৰ ককা, অসমৰ সকলোৰে বাজহুৱা ককা। ককাই তেওঁৰ জীৱন-জখলাৰ এশ খাপ অতিক্রম কৰি বয়সৰ 'চেঞ্চুৰী' কোবাবলৈ বৰ হাবিয়াস কৰিছিল; কাণে কাণ মাৰিহে নোৱাৰিলে। আলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি। তথাপি ককাই তেওঁৰ বহুমুখী কর্ম-শক্তিৰে অসমৰ জাতীয় বুৰঞ্জীৰ কেইখিলামান পাত ৰচনা কৰি থৈ গ'ল। জীয়াই থকা কালত তেওঁ এজন বিজয়ী বীৰৰ দৰে আমাৰ মাজত দপ্দপাই ফুৰিছিল। মৃত্যুৰ পাছতো আজি তেওঁ অসম-আকাশৰ এটা ভোটা তৰা হৈ ৰ'ল। ককা গ'ল; কিন্তু আমাৰ মাজত থৈ গ'ল সকৰৰ অলেখ স্মৃতি। সেই স্মৃতিৰাশিৰে কেইটামান বুটলি লৈ আগবঢ়াইছোঁ—ককালৈ শ্রদ্ধাঞ্জলি হিচাপে।

ককা নীলমণি ফুকন ডাঙৰীয়াৰ কৰ্মবহুল সুদীৰ্ঘ জীৱন ইমান ব্যাপক আৰু বহুমুখী আছিল যে সেই সকলো বোৰ সমল গোটাই মেলি এই যশোৱন্ত পুৰুষজনৰ এখন পূৰ্ণাঙ্গ চিত্ৰ যুগুত কৰি উলিয়াবলৈ বিস্তৰ শ্ৰম আৰু ধৈৰ্য্যৰ প্ৰয়োজন হব। নিৰহ-নিপানী গুটীয়া বা যুটীয়া প্ৰচেষ্টাৰ যোগে অসম সাহিত্য সভাই এই কাম সম্পন্ন কৰিলে ককাৰ আত্মাই শান্তি পাব, সাহিত্য প্ৰেমী ৰাইজেও সভাৰ শলাগ ল'ব।

নীলমণি ফুকনৰ জীৱন ঘাইকৈ দুভাগত ভগাব পাৰি। আগছোৱাত তেওঁ আছিল ৰাজভক্ত চাহাব; পাছৰ ছোৱাত দেশভক্ত ডাঙৰীয়া। চাহাবী কালছোৱাতো তেওঁ আছিল শিক্ষাবিদ, সমাজসেৱী, চাহ-খেতিয়ক, সাহিত্যিক আৰু সাংবাদিক। এইছোৱা কালবো শেষৰ ফালে তেওঁ যে ৰাজনীতি কৰা নাছিল, তেনে নহয়। সেই সময়ত তেওঁৰ ৰাজনীতি আছিল বৃটিছপন্থী, আৰু কোনো কোনো সময়ত প্ৰতিক্ৰিয়াশীল আৰু জাতীয় স্বাৰ্থৰ পৰিপন্থী। চফল ডেকা নীলমণিয়ে প্ৰতিষ্ঠা কৰা ডিব্ৰুগড়ৰ জৰ্জ বিদ্যালয় খনতে তেওঁৰ ৰাজভক্তিৰ চিন আজিকোপতি লিপিত খাই লাগি আছে। এই বিদ্যালয়খনিৰপৰা এতিয়াও ৰজাৰ নামটো একৰাই তাত ককা নীলমণিৰ নামটো খাপ খুৱাই লগাই দিব লাগে। লোভনীয় চৰকাৰী চাকৰীৰ মোহ জলাঞ্জলী দি ককাই এই বিদ্যালয়খনি তুলি-তালি লৈ খুঁটি খাব পৰা কৰিছিল আৰু ই গজগজীয়া ভেটিৰ ওপৰত থিয় হোৱাৰ পাছতহে ককাই শিক্ষকতা এৰি চাহ খেতিলৈ মন মেলিছিল। নীলমণি বাগিচা খুলি ভেমপুৰীয়া সমাজৰ আগশাৰীত আসন লবলৈ তেওঁ নথৈ চেষ্টা কৰিছিল। কিন্তু অৱশেষত ধাৰত পেন পেন হৈ বাগিচা বেচি দিব লগীয়াত পৰিল। জাতো গ'ল, পেটো নভৰিল। মুঠতে বাগিচাই তেওঁক নুগুজিলে। চাহনি এৰি তেওঁ শ্বিলঙৰ ৰাজ-সভাত মেলুৱৈ ( এম. এল. চি ) হৈ বহিলগৈ। শাসক আৰু চাহাব গোষ্ঠীৰ লগত হাত মিলালে, মুখো বজালে।



উল্লেখযোগ্য যে ককাই তেওঁৰ জীৱনৰ আগছোৱাৰ কথা কবলৈ ভাল নাপাইছিল, আৰু আনে কলেও তালৈ কাণ নিদিছিল। তেওঁ কিয় বিয়া নকৰোৱাকৈ দাং-বৰলা হৈ আছিল, সেই ৰহস্যও তেওঁ নিজ মুখেৰে কাৰো আগত সদৰি নকৰিলে। দোষে-গুণে, ভালে-বেয়াই মানুহ। কোনো মানুহ সম্পূৰ্ণ ভাল বা সম্পূৰ্ণ বেয়া হব নোৱাৰে। সেই কাৰণে বিভিন্ন দিশৰ পৰা নিৰীক্ষণ কৰিলেহে প্ৰকৃত মানুহজনক চিনি পোৱা যায়। নীলমণি ফুকন ডাঙৰীয়া দুটা সময়ত দুজন বেলেগ মানুহ। জীৱনী লেখকে দুইজনক একত্ৰ কৰি চাবই লাগিব। ককা নীলমণি আজি আমাৰ মাজত নাই। সেই কাৰণেহে তেওঁৰ বিষয়ে নিৰ্ভয়ে ঢাক-ঢুক নোহোৱাকৈ লিখিব পৰা হৈছোঁ। মোৰ বক্তব্য এইটোহে যে ককাৰ জীৱনৰ পাছৰ ছোৱাতকৈ আগৰ ছোৱা তুলনামূলক ভাৱে অনুজ্জ্বল। দুই ছোৱাতে জানিবলগীয়া কথা আছে।

ককা নীলমণিয়ে তেওঁৰ জীৱনত ইটো সিটো বহুত কৰি গ'ল। এই বহুতৰ মাজত জাতীয়তাবাদী অসমপ্ৰেমী বাগ্মীবৰ নীলমণি ফুকন জনৰেই সকলোতকৈ ওপৰত স্থান। আগতে কোৱা হৈছে যে ককাই জীৱনৰ পাতনি তৰিছিল শিক্ষাবিদ হিচাপে, সমাজসেৱী হিচাপে, চাহ খেতিয়ক হিচাপে আৰু সাংবাদিক হিচাপে। এইছোৱা কালৰ প্ৰথমটো জয়স্তম্ভ ডিব্ৰুগড়ৰ জৰ্জ স্কুল, আৰু আনটো 'বাতৰিৰ বিভূতি'। শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়াৰ দ্বাৰা সংগৃহীত আৰু অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত এই 'বাতৰিৰ বিভূতি'ত প্ৰথম অসমীয়া দৈনিক কাকত 'দৈনিক বাতৰি'ৰ সম্পাদক নীলমণি ফুকনক যেতিয়াই ইচ্ছা তেতিয়াই লগ পোৱা যাব। 'বাতৰিৰ বিভূতি'ত সংৰক্ষিত হৈছে তেওঁৰ সংৰক্ষিণী চিন্তাধাৰাৰ উত্তম নিদৰ্শন। বিয়াল্লিছৰ গণ-আন্দোলনৰ দিনৰপৰাহে ককাই নিষ্ঠাৰে মহাত্মা গান্ধীৰ পন্থা ললে, পূৰ্বৰ বৃটিচ শাসকৰ শিবিৰৰপৰা ওলাই আহি ভাৰতীয় কংগ্ৰেছে আৰম্ভ কৰা জাতীয় যুদ্ধত যোগ দিলে, কাৰাগাৰৰ বগা ভাত খাই মুক্তি-যোদ্ধাও

হ'ল। কিন্তু এই কথাও ঠিক যে তেওঁ কোনো দিনে মুক্তি-যুঁজাৰু বুলি গৌৰৱ অনুভৱ কৰা নাছিল ; সাহিত্য সেৱাকহে তেওঁ সকলোবে আগত স্থান দিছিল। সেয়েহে তেওঁ মুক্তি-যুঁজাৰুৰ পেঞ্চন নলৈ সাহিত্য পেন্সন গ্ৰহণ কৰিছিল। কংগ্ৰেছী হৈয়ো ককা নীলমণি ফুকন আছিল সংৰক্ষিণী বীৰ অম্বিকাগিৰীৰ দৰে অসম-প্ৰাণ, অসমীয়া-প্ৰাণ। অসমীয়া প্ৰতিটো জাতীয় আন্দোলনতে তেওঁ জপিয়াই পৰিছিল। অসমীয়াৰ হক স্বাৰ্থ বলি দি তেওঁ কোনো দিনে দিল্লীৰ আগত আঠু লোৱা নাছিল, আৰু দলীয় ৰাজনীতিত লেটি লৈ কোনো কোনোৰ দৰে আত্মবিস্মৃত হৈ কেন্দ্ৰৰ বহতীয়া হোৱা নাছিল। শ্ৰীমন্ত শঙ্কৰ, মহাত্মা গান্ধী আৰু বিনোৱায়েই আছিল ককাৰ উপাস্য ত্ৰিমূৰ্তি।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ একশৰণ নামধৰ্মই আছিল নীলমণি ফুকনৰো জীৱনৰ ধৰ্ম। এই ধৰ্মৰ প্ৰকাশ আৰু প্ৰচাৰৰ অৰ্থে তেওঁ পৰাখিনি কৰিছিল, আৰু শঙ্কৰী ধৰ্মানুষ্ঠানবোৰৰ নেতৃত্ব কৰাৰ উপৰিও আৱশ্যকীয় দিহা-পৰামৰ্শ আৰু আৰ্থিক সাহায্য দিবলৈ কিৰ্পিণালি নকৰিছিল। গুৱাহাটীৰ 'শঙ্কৰ কৃষ্টি বিকাশ সংঘ'ৰ লগত তেওঁ নিবিড়ভাৱে জড়িত হৈ পৰিছিল, আৰু গুৰুজনাৰ নামত তেওঁ এই অনুষ্ঠানলৈ গুৱাহাটীৰ ছবিঘা মূল্যবান মাটি দান কৰিছিল। সংঘয়ো তেওঁক মৰণোত্তৰভাৱে 'সন্মানিত সদস্য' (ফেলো)ৰ খিতাপেৰে অলংকৃত কৰে। জাতীয় সংহতি আৰু সম্প্ৰীতিও মহাপুৰুষীয়া ধৰ্মৰ আন এটা বৈশিষ্ট্য। ককা নীলমণিয়ে এই বৈশিষ্ট্যৰ প্ৰতি লক্ষ্য ৰাখি নগা পৰ্বতৰ নামনিত গাঁথিৰ ধন ভাঙি 'মিতুৰ আশ্ৰম' প্ৰতিষ্ঠা আৰু পৰিচালনা কৰি কথাৰেই নহয়, কামেৰেও পৰ্বত-ভৈয়ামৰ মাজত মিলা-প্ৰীতিৰ সাঁকো ৰচনা কৰিছিল।

ককা নীলমণিয়ে অসমীয়া সাহিত্য ভঁৰালো মেটমৰা সম্ভাৰেৰে ওপচাই থৈ গৈছে। প্ৰাৰম্ভিক জীৱনতে তেওঁ ডিব্ৰুগড়ৰ পৰা ওলোৱা 'আলোচনী' নামৰ আলোচনী আৰু চন্দ্ৰকুমাৰৰ সাদিনীয়া 'অসমীয়া'ৰ লগত জড়িত হৈ পৰিছিল। তাৰ পাছত 'দৈনিক বাতৰি'ৰ সম্পাদনাৰ



কালতে ঠেঙালৰ 'বাতৰি প্ৰেছ'ৰ পৰা 'ন-জোন' নামেৰে এখনি পষেকীয়া সাহিত্য-আলোচনী উলিয়াইছিল। আকাশৰ ন-জোনৰ দৰেই ককাৰ 'ন-জোন'ৰো আছিল স্নিগ্ধ সুশীতল জ্যোতি। 'দৈনিক বাতৰি' আৰু এই 'ন-জোনে' ককাৰ সোণ-ৰূপ বৰষা কাপৰ মৰ্য্যদা ৰক্ষা কৰি চলিব পাৰিছিল।

সঁচা কথা যে ককাই যিমান বেচি কথা কৈছিল, সেই অনুপাতে লিখিছিল কম, আৰু ককাৰ হাতৰ কাপৰ জোৰতকৈ তেওঁৰ মুখৰ জোৰ বেছি আছিল। ফুকন ডাঙৰীয়াৰ গদ্য আৰু পদ্যত সমানে দখল আছিল। 'জ্যোতিকণা', 'সন্ধানী' আদি তেওঁৰ আধ্যাত্মিক চিন্তাৰ পুথি কেইখন ভাবত গধুৰ হলেও গদ্যগন্ধী। মই 'গুটিমালী' নামৰ পুথিখনতহে কবি নীলমণি ফুকনক দেখা পাওঁ। কবিৰ গাত বিয়াৰ মাহ-হালধিৰ বোল লগা নাছিল। তেওঁ কোনো নাৰীৰ ওচৰ-সান্নিধ্যলৈও অহা নাছিল। তথাপি 'গুটিমালী'ৰ আখ্যানমূলক কবিতাকেইটাত নাৰীৰ ৰেহ-ৰূপ আৰু অঙ্গ-প্ৰত্যঙ্গৰ বৰ্ণনালৈ লক্ষ্য কৰিলে নীলমণিক এজন নিপুণ নাৰীৰ নাড়ীবিদ বুলিও কব পাৰি। গদ্যৰ পুথিকেইখনৰ গুণ সুকীয়া। নিভাঁজ অসমীয়া মাত-কথা কোৱাত আৰু লিখাত নীলমণি ফুকন এজন পাকৈত বাঢ়ৈ। নীলমণিৰ 'চিন্তামণি'ৰ স্থান সত্যনাথ বৰাৰ 'সাৰথি'ৰ লগত একে শাৰীত।

ঘাই শাক মৰলীয়াৰ দৰে নীলমণি ফুকনৰ জীৱনৰ পৰা আন কথা বাদ দিলেও অসম সাহিত্য সভাৰ কথা বাদ দিব নোৱাৰি। ১৯১৭ চনত ৰংপুৰত অনুষ্ঠিত হোৱা প্ৰথম অধিবেশনতে এই সভাৰ লগত তেওঁৰ সংযোগ ঘটিছিল। এই সংযোগ আছিল প্ৰাণৰ সংযোগ। জন্মলগ্নতে সাহিত্য সভাৰ ভিতৰ চ'ৰাত তেওঁৰ প্ৰথম প্ৰবেশ হৈছিল কাৰ্য্যনিৰ্বাহকৰ সদস্য স্বৰূপে। এই ৰংপুৰ নগৰতে প্ৰতিষ্ঠা যুগৰ ১৯৪৪ চনত আৰু তাৰ পাছত বাৰ ১৯৪৭ চনত ডিব্ৰুকত ককা নীলমণি ফুকন অসম সাহিত্য সভাৰ সিংহপীৰাত বহিছিল। একমাত্ৰ ফুকন ডাঙৰীয়াইহে দুবাৰ নিৰ্বাচিত সভাপতি হৈ এই আসন অলংকৃত

কৰিছিল। তদুপৰি তেৱেঁই আছিল নামে-কামে সাহিত্য সভাৰ প্ৰথম সভাপতি। কিয়নো প্ৰতিমাক পূজাৰ কেইদিন মাত্ৰ বেদীত ৰাখি তাৰ পাচত বিসৰ্জন দিয়াৰ নিচিনাকৈ তেতিয়ালৈকে অসম সাহিত্য সভাৰ সভাপতিৰ কাৰ্য্যকাল প্ৰকৃততে অধিবেশন চলি থকা কেইদিনহে আছিল। তাৰ পাছৰ ছোৱাত বছৰটোৰ কাম-কাজ, লেঠা-পিঠা প্ৰধান সম্পাদকজনৰ ওপৰতে ন্যস্ত হৈছিল। এই শিৱসাগৰ অধিবেশনত সভাৰ সংবিধান সলনি হোৱাত সভাপতি বিসৰ্জনৰ নিয়মটো উঠিল, আৰু সম্পাদকৰ দৰে সভাপতিৰ কাৰ্য্যকাল বছৰদিনীয়া হ'ল। ফুকন ডাঙৰীয়াৰ নেতৃত্বাধীন কালছোৱাৰ বিতং বিৱৰণ 'অসম সাহিত্য সভাৰ ৰূপ লেখা'ত দিয়া হৈছে। সভাপতিৰ বাব এৰাৰ পাচতো ককাই সাহিত্য সভা এৰা নাছিল। প্ৰতিখন বছৰেকীয়া অধিবেশনতে তেওঁ মুখ্য অতিথি, বিশিষ্ট অতিথি, প্ৰদৰ্শনী উদ্বোধক আদি কিবা নহয় কিবা এটা বাব গাত লৈ অধিবেশনত যোগ দিছিল ; কলহৰ কাণেৰে ধাৰাসাৰে বক্তৃতা ঢালিছিল।

শেষত কেইবছৰমান ভীষ্ম পিতামহ শৰশয্যাত পৰি থকাৰ দৰে ককায়ো বাৰ্দ্ধক্যজনিত ৰোগত পাটিত পৰি মাৰলি লেখি থাকিবলগীয়া হৈছিল। সেই কাৰণে সাহিত্য সভাৰ টিহু অধিবেশন, তিতাবৰ অধিবেশন আৰু অভয়াপুৰী অধিবেশনত উপস্থিত থাকিব নোৱাৰি মৰ্মান্তিক ব্যথা অনুভৱ কৰিছিল। ককাৰ ঘৰ আছিল যদিও সংসাৰ নাছিল। গতিকে য'তে ৰাতি, ত'তে কাতি। সেই কাৰণে সাহিত্য-সংস্কৃতিৰ সকলো অনুষ্ঠানতে তেওঁ যোগ দিছিল, আৰু সাহিত্য সভাৰ বছৰেকীয়া সভাবোৰ তেওঁৰ মনত আছিল যেন তেওঁৰ নিজৰ ঘৰৰ মাঙ্গলিক অনুষ্ঠানহে। মানুহৰ সঙ্গত প্ৰৱসুৱা ঘৰেই আছিল তেওঁৰ নিজৰ ঘৰ। দেশৰ প্ৰতিজন মানুহেই আছিল তেওঁৰ আপোন মানুহ, যেন বঙহৰ মঙহহে।

এই লেখক ১৯৫৮ চনত নগাঁৱত অনুষ্ঠিত অসম সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনলৈ সভাপতি হৈ গৈছিল। তালৈ প্ৰাক্তন



সভাপতি বাগ্মীবৰ ফুকন ডাঙৰীয়াও গৈছিল। সেই অধিৱেশনৰ বিষয় বাছনী সভাত দেখা পোৱা ককাৰ জামদগ্নি ৰূপটো মই আজিও পাহৰিব পৰা নাই। কিবা এটা সৰু বিষয় লৈ ককাই এহালিচা বক্তৃতা জুৰিছিল। বক্তৃতা দিবলৈ উঠিলে তেওঁ সতকাই বহিব নোখোজে, সমজুৱাৰ বাধালৈকো কেৰেপ নকৰে। সভাপতি হিচাপে মই এটা বৰ আহুকলীয়া সমস্যাৰ মাজত পৰিলোঁ। সভাৰ কাম তেতিয়াও বহুত বাকী। ফাল চাচোঁতেই মাহৰ বতৰ গৈছে। ককাৰ দীঘল বক্তৃতাই গা নুজুৰায়। ইফালে ককাক বক্তৃতা সামৰি বহিবলৈ কোৱা মানে কোদোৰ বাহত হাত দিয়া। সময় গৈ আছে। ঘণ্টা পাৰ হওঁ হওঁ। তথাপি ককাৰ বক্তৃতা চৰিহে গৈছে. পৰি যোৱাৰ কোনো লক্ষণেই প্ৰকাশ পোৱা নাই। অগত্যা মই মৰণত শৰণ দি ককাক সোনকালে বক্তৃতা শেষ কৰিবলৈ অনুৰোধ জনালোঁ। কবলৈহে পালোঁ, ককা খঙতে টিঙিৰি তুলা হ'ল। এইখিনি জানি থোৱা ভাল যে ককাৰ খংটো টিকনীৰ আগতে। এই দুৰ্বাসা-খংটো উঠিলে তেওঁ কাৰো মুখলৈ নাচায়, এটা গাজনিতে সুৰাসুৰ কঁপায়। সেই দিনা মোকো তেওঁ শুদাই নেৰিলে। "কি, কালিৰ ল'ৰা হৈ তুমি মোক বক্তৃতা দিবলৈ শিকাবলৈ আহিছা। মই আৰু বক্তৃতা নিদিও" বুলি গাজনি এটা মাৰি ককা মঞ্চৰপৰা ওলাই যাবলৈ দুৱাৰমুখ পালেগৈ। সভাঘৰৰ সকলোৰে মুখৰ মাত হৰিল। দৃশ্যটো উপভোগ্য হলেও বিশেষকৈ মোৰ বাবে বৰ অস্বস্তিকৰ হৈছিল। উপায়ান্তৰ নেদেখি মই ক্ষমা প্ৰাৰ্থনাৰে কাবৌ-কোকালি কৰি মঞ্চলৈ ককাক ঘূৰাই আনিলোঁ। আৰু অলপ সময় বক্তৃতা দি তেওঁ বহিল। মই মূৰৰ ওপৰেদি পানী এচলু পাৰ হৈ যোৱা যেন অনুভৱ কৰিলোঁ। ককাই যে মোক বেয়া পাইহে সেইদিনা তেনে কৰিছিল, এনে নহয় ; বৰং তেওঁ মোক সদায় মৰমৰ চকুৰে চাইছিল বুলি কৈ মই গৌৰৱ কৰিব পাৰোঁ। এনে উগ্ৰতাও আছিল তেওঁৰ চৰিত্ৰৰ এক বৈশিষ্ট্য। এই কথাও সঁচা যে খং উঠিলে তেওঁ উগ্ৰমূৰ্তি হৈছিল যদিও সেই খংটো

জামৰি পানীকৃত হবলৈকো বেছি সময় নালাগিছিল। খণ্ডৰ মাজত কোৱা কথাবোৰ তেওঁ কেতিয়াও কাৰো বিৰুদ্ধে মনত পুহি নাৰাখিছিল। অলপ সময় গৰম হোৱাৰ পাছতে তেওঁ আগতকৈও নৰম হৈছিল।

এইখিনিতে আৰু এটা স্মৃতি উল্লেখ কৰোঁ। ককা গুৱাহাটীলৈ আহিলে মোৰ ক্ষুদ্ৰ 'তপোবন'লৈকো আহিবলৈ হেলা কৰা নাছিল। আহি তেওঁ আত্মীয়তাৰে আমাৰ ঘৰৰ সকলোৰে খা-খবৰ লৈছিল। এবাৰ গান্ধীটুপি পৰিহিত ককা মোৰ ঘৰলৈ অহা দেখি মোৰ কম বয়সীয়া ভাগিনী-নাতি এজনে 'জহৰ ককা' অহা বুলি ঘৰৰ ভিতৰত জাপ দিছিল। কথাষাৰ শহাকণীয়া ককাৰ কাণত নোসোমোৱাকৈ নাথাকিল, আৰু ই তেওঁৰ কাণৰ ভিতৰত পাহৰিব নোৱাৰাকৈ লাগি আছিল। বহু বছৰৰ অন্তত মোৰ সেই চেমনীয়া নাতি ল'ৰা শ্ৰীমান নেপোলিয়ন হাজৰিকা ল'ৰা গুচি ডেকা হৈ কলেজৰ প্ৰফেছাৰ হ'ল। তাক এদিন গুৱাহাটীৰ চাৰ্কিট হাউছত কিবা প্ৰসঙ্গত দেখা পাই ককাই সুধিছিল—"তুমিয়েই মোক সৰুতে জহৰ ককা বোলা নাতি ল'ৰাটি নোহোৱা নে?" সি অৱশ্যে হয় বুলি কলে। এই কথাই ককাৰ স্মৃতি-শক্তিৰ প্ৰখৰতা প্ৰমাণ কৰে নিশ্চয়। তদুপৰি ককাই যে জৱাহৰলালৰ সমকক্ষ হবলৈকো বেয়া নাপাইছিল, ইও তাৰ প্ৰমাণ।

কথাত কথা ওলায়। আৰু এটা আন স্মৃতি। বহু বছৰৰ আগৰ কথা। লক্ষ্মীনাথ দাসৰ গুৱাহাটীৰ যোৰপুখুৰী পাৰৰ ঘৰত এখন বিয়া হৈছিল। সেই দিনা ককা নীলমণি দিল্লীৰপৰা চফৰ ফুৰি আহি স্বৰ্গীয় কনকলাল বৰুৱাৰ বাসভৱনত উঠিছিল। বৰুৱাৰ ঘৰ আৰু দাসৰ ঘৰ ওচৰা উচৰি। বিয়াৰ খদ্‌মদ্‌ দেখি ককাই ভাবিলে বিয়ালৈ লক্ষ্মীয়ে নিশ্চয় তেওঁক মাতিছে। নিমন্ত্ৰণী চিঠি যোৰহাটত পৰি থাকিব পায়। আহিছে যেতিয়া বিয়া ঘৰত মাত এষাৰ লগাই নগলে বেয়া হব। আবেলি ককা বিয়া খাবলৈ গ'ল। বিয়াঘৰৰ বাটচ'ৰাৰপৰা লক্ষ্মীদাস আৰু তেওঁৰ পৰিয়ালৰ মানুহৰ অত্যধিক আদৰণিৰ মাত্ৰা দেখি ককাৰ



মনত সন্দেহ উপজিল। ভাবিলে, অতি ভক্তি চোৰৰ লক্ষণ। তেওঁ লক্ষ্মী দাসক কলে—"ধৰা পৰিছে, তইঁতে মোক বিয়ালৈ মতা নাই। মই যোৰহাটলৈ চিঠি পঠোৱা বুলিহে আহিছিলোঁ।" লক্ষ্মী দাসে মিছা মাতিব নোৱাৰিলে। তেওঁ ক্ষমা খুজি ককাক নিমন্ত্ৰিতসকলৰ মাজত বহুৱালেগৈ।

এই ঘটনা ককাৰ সমাজ-প্ৰিয়তা গুণৰ এটা পটন্তৰ মাথোন। তেওঁ যে কেৱল সাহিত্য সভা, সাংস্কৃতিক সভা আদি মেল-মিটিঙতহে যোগ দিছিল, এনে নহয়। চিনাকিজনৰ বিয়া-বাৰু, শ্ৰাদ্ধ সকাম আদিতো এবাৰ দেখা দিবলৈ অৱহেলা কৰা নাছিল। বিপদৰ মাত, আকালৰ ভাত। ককাই আৱশ্যক মতে আতুৰত পৰা মানুহক মাতো দিছিল, ভাতো দিছিল। দৰা হৈ মানুহ এবাৰ বা দুবাৰহে হোমৰ কাষত বহে; ককাই কিন্তু নিজে দৰা নোহোৱাকৈও বৰ-যাত্ৰী হৈ শতাধিক বিয়াৰ বভাৰ তলীত হোমৰ গোন্ধ লৈছিল, কথা চোবাই শতাধিক উজাগৰী নিশা পাৰ কৰি দিছিল। এইজনেই আছিল কথা-চহকী ভলভলীয়া ককা নীলমণি ফুকন।

আকৌ সাহিত্য সভাৰ ভিতৰ চ'ৰাত সোমোৱা যাওক। সাহিত্যৰথী বেজবৰুৱাৰ শতবাৰ্ষিকী উছৱৰ পয়োভৰ ৰাজ্যৰ বাহিৰে ভিতৰে। ডিব্ৰুগড়-নাচনিৰো নাতিনীৰ বিয়াত গা উঠিছিল। ডিব্ৰু বিশ্ববিদ্যালয়েও ভাবিলে, লগৰ বুঢ়ীয়ে পিণ্ড খায়, মইনো কিয় থাকো চাই? তাতো উছৱৰ দলদোপ-হেন্দোলদোপত এক আনন্দমুখৰ পৰিবেশৰ সৃষ্টি হৈছিল। সেই উছৱত অসম সাহিত্য সভাৰ জীৱিত প্ৰাক্তন সভাপতিসকলৰ মান ধৰিবলৈ আমন্ত্ৰণ জনোৱা হৈছিল। তুলসীৰ লগত কলপটুৱাৰো মুক্তি লাভ। উছৱৰ আলধৰা স্বয়ং উপাচাৰ্য্য ভোজৰাজ শেঠ আৰু ৰেক্টৰ লক্ষ্মীপ্ৰসাদ দত্ত প্ৰভৃতি। উছৱৰ আগদিনা ৰাতি দুই এজনৰ বাহিৰে আমি প্ৰাক্তন সভাপতিসকল বিশ্ববিদ্যালয়ৰ অতিথিশালাত গোট খাইছিলোঁ। সন্ধিয়াৰ লগে লগে আমাৰ মাজত ঘৰুৱা মেল আৰম্ভ হ'ল। মেলৰ মধ্যমণি ককা নীলমণি ফুকন। তেৱেঁই একমাত্ৰ

বক্তা, আন সকলোবিলাক শ্ৰোতা। কোনেও ককাৰ কথাৰ মাজত অগা-ডেৱা কৰিবলৈ সুবিধা পোৱা নাছিল। ককাৰ কথাবিলাক, কাহিনীবিলাক দাৰ্জিলিং মে'লৰ দৰে লালী নিছিগাকৈ চলি আছে। ষ্টেশ্বন পালেও নৰয়, কথা নেৰে। লগে লগে ঘড়ীৰ কাঁটাও আগবাঢ়ি যাবলৈ ধৰিলে। ৰাতি দহ-এঘাৰ মান বাজি গ'ল। আমাক টোপনিৰ হামি হেঁকটিয়ে হেঁচি ধৰিছিল। অৱশেষত শ্ৰোতাৰ ভাব-ভঙ্গীলৈ লক্ষ্য কৰি অনিচ্ছাৰে ককাই মুখ জপালে। আমিও সকাহ পালোঁ। ককাৰ কথাবোৰ, অলিখিত কাহিনীবোৰ শুনি অৱশ্যে আমি ভালকৈই পাইছিলোঁ। কিন্তু বৰকৈ খিউ-মৌ খালেও আমুৱায়।

সেই ৰাতি মোৰ মনত ভাব হৈছিল যে অসম সাহিত্য সভাই ককাক 'টেপ ৰেকৰ্ডাৰ' এটা নিদি বৰ ভুল কৰিছে। দিয়া হলে, ককা যলৈকে যায়, য'তে কথা কবলৈ মুখ মেলে, তলৈকে টেপ ৰেকৰ্ডাৰো পিছে পিছে গলহেঁতেন, আৰু তাৰ ফলত ককাৰ নিজৰ জীৱনৰ দেশৰ জাতীয় জীৱনৰ সৰু-বৰ অজস্ৰ উপাদেয় কাহিনী সাঁচতীয়া সম্পত্তি হৈ থাকিলহেঁতেন।

গুৱাহাটীৰ লাৱন্য প্ৰেছৰ গৰাকী শ্ৰীমান পবিত্ৰ তালুকদাৰে এবাৰ এনে এটা সুযোগৰ সদ্ব্যৱহাৰ কৰি এটা সজ কামকে কৰিছিল। সেইবাৰ ফুকন ডাঙৰীয়াই শান্তিমিশ্বনৰ প্ৰতিনিধি হৈ য়ুৰোপ ভ্ৰমণ কৰাৰ অন্তত উলটি আহি এদিন লাবন্য প্ৰেছত বহি কথাৰ মৰণা মাৰিছিল। তেওঁৰ বিদেশ ভ্ৰমণৰ অভিজ্ঞতাবোৰ সাধুকথাৰ দৰে কৈ আছিল। লগে লগে তালুকদাৰৰ টেপ ৰেকৰ্ডাৰে ককাৰ কথাবোৰ বুটলি টেপস্থ কৰি থৈছিল। পাছত সেয়েই হৈছিল নীলমণি ফুকনৰ বিদেশ ভ্ৰমণ কাহিনীৰ এখন উপাদেয় পুথি। ছেগ চাই কঠীয়া পাৰিব জানিলে এনে বহু ভাল কাম হয়।

এসময়ত উজনিৰ নীলমণি ফুকন আৰু নামনিৰ দেশভক্ত ফুকনৰ শ্ৰেষ্ঠ বক্তা স্বৰূপে বৈ-বৈ যোৱা নাম আছিল। দুয়োজনৰ মুখ সমানে কাটন। দেশভক্ত ফুকনৰ বক্তৃতাৰ দৰে ককাৰ বক্তৃতাত বিবিধ ৰস সঞ্চাৰ হোৱা



নাছিল যদিও, আৰু পাণ্ডিত্যত হেৰ ফেৰ আছিল যদিও, অনৰ্গল ওজস্বিনী বক্তৃতা দি ককা নীলমণি ফুকন অসমৰ ইমূৰৰপৰা সিমূৰলৈ বাগ্মীবৰ ফুকন বুলি জনাজাত হৈ পৰিছিল। ভাৰত চৰকাৰে হেনো ককাক 'পদ্মশ্ৰী' সন্মান যাচিছিল। যাচি দিয়া সোণৰো আদৰ নাই। এই নিম্নতম পদ্মশ্ৰী সন্মান সোণো নহয়, ৰূপো নহয়, তামো নহয়, সীহহে। কণা হাঁহক পতান দি আভুৱা ভৰা বুলি ভাবি ককাই এই সন্মান নলওঁ বুলি মূৰ জোকাৰিলে। উল্লেখযোগ্য যে ককাই নিজকে কোনো দিনে সৰু বুলি নাভাবিছিল। আনে সৰু বুলি কলেও মানি নলৈছিল।

সাহিত্য একাডেমীয়ে নীলমণি ককাক 'সদস্য মহত্তম্' পাতিলে, গুৱাহাটী বিশ্ববিদ্যালয়ে ডক্টৰ কৰিলে, আৰু বহুতে কিবা কিবি সন্মান আৰু মাননি আগবঢ়াই ফুলৰ মালা পিন্ধালে; কিন্তু এই সকলোবোৰ সন্মানতকৈ ওপৰত আছিল দেশবাসীয়ে স্বতঃস্ফূৰ্তভাৱে যাচি দিয়া 'বাগ্মীবৰ' সন্মান। ককাৰ আগছোৱা জীৱনৰ চাহাবী টুপীটোৰ দৰে আৰু পাছৰ ছোৱা জীৱনৰ গান্ধী টুপীটোৰ দৰে এই সন্মান ককাৰ গাত লিপিত খাই লাগি ধৰিছিল। ককা নীলমণি স্বৰূপাৰ্থত বাগ্মীবৰ ফুকনেই আছিল।

চিৰং জয়তু ককা বাগ্মীবৰ ফুকন।

# ফুকনৰ সোঁৱৰণ

—শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

নীলমণি ফুকনৰ নাম আমি স্কুলত পঢ়াৰ পৰাই শুনিছিলোঁ। তেওঁ ডিব্ৰুগড়ত জৰ্জ ইন্‌ষ্টিটিউশ্বন পাতি মাধ্যমিক শিক্ষা প্ৰচাৰত আগৰণুৱা হৈছিল। ত্যাগী, আদৰ্শবাদী ফুকনৰ নেতৃত্বত সেইখন স্কুলে ভালেখিনি লেখত লবলগীয়া লোক আমাক দিলে। ডঃ পৰেশ বৰুৱা, ডঃ যোগীৰাজ বসু প্ৰভৃতি অনেকেই সেই স্কুলৰ ছাত্ৰ। জেতুকা পাতৰ কবি দুৰ্গাও দুবছৰমান সেই স্কুলৰ শিক্ষক আছিল। ডঃ ব্ৰজেন শীলৰ ছাত্ৰ ফুকন।

ইং ১৯১৮-১৯ চনত তেওঁ 'আলোচনী' বোলা মাহেকীয়া কাকতৰ সম্পাদকো হৈছিল; কিন্তু এমাহৰ কাৰণেহে। কি কাৰণে ক'ব নোৱাৰোঁ, তেতিয়াৰপৰা সেই কাকতখন একেবাৰে নোহোৱাই হ'ল। আমি স্কুলত পঢ়াকালত 'বাঁহী,' 'আলোচনী' আৰু 'উষা' এই তিনিখন মাহেকীয়া আলোচনী। 'উষা'ৰ কেতিয়াবা ওলোৱা অনিয়ম হয়; কিন্তু কলিকতীয়া 'বাঁহী' আৰু ডিব্ৰুগড়ৰ 'আলোচনী' ঠিক সময়তেই ওলাই আছিল। আলোচনীৰ সম্পাদক আছিল দুৰ্গানাথ চাংকাকতী। তেখেতে সম্পাদকৰ বাব এৰাত ফুকনে লৈছিল। কিন্তু 'আলোচনী' এবাৰ মাথো ভুমুকি মাৰি চিৰকাললৈ অদৃশ্য হ'ল। এই আলোচনীবোৰৰ উদয়াস্তৰ বুৰঞ্জী কোনোবাই যুগুত কৰিব পাৰিলে ডাঙৰ কাম হয়।

শিক্ষা প্ৰচাৰতে কেৱলীয়া হৈ নাথাকি ফুকনে ৰাজনীতিৰ ফাললৈকো ঢাল ললে। তেতিয়াৰ কাউন্সিলৰ মেম্বৰো হ'ল। ইংৰাজী কব পাৰিছিল ভাল, বক্তা হিচাপেও তেওঁৰ নাম হ'ল। তেওঁ পতা নীলমণি চাহবাগিচাই তেওঁৰ ভালেখিনি মনোযোগ দখল কৰিবলৈ ধৰিলে। বাগিচাও চাহাবৰ বাগিচাৰ দৰে, পৰিষ্কাৰ পৰিচ্ছন্ন।

ইমান দিনে নিলগে নিলগে ফুকনক দেখিছিলোঁ। এম-এ পৰীক্ষা দিয়াৰ কেইমাহমানৰ আগতে যোৰহাট জেইলৰোডৰ এঘৰত লগ পাওঁ।



কোটে-পট্‌লুঙে টায়ে ফিট্‌ফাট্ চাহাব। জৰ্জ স্কুলত কলেজ খোলাৰ কথা তেওঁ কলে। মোক সেই কলেজতে যোগ দিবলৈ আগতীয়াকৈ অনুৰোধ কৰিলে।

ইং ১৯২০ চনত এম, এ পাছ কৰিয়েই জে-বি-ত লাগোঁ। ফুকন ডাঙৰীয়াই ইতিমধ্যে যোৰহাটত তম্বু তৰিলে। চক্‌বজাৰৰ দাঁতিত মোমায়েক ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ এখন ঘৰ; ফুকনে তাতে সোমাই ললেহি। কিবা কাৰণত চাহ বাগিচাৰ লগত সম্বন্ধ ছিগিল।

মোমায়েকে ঠেঙালৰ জালুকনিৰ পৰা প্ৰকাশ কৰা অসমীয়া 'দৈনিক বাতৰি'ৰ সম্পাদক ফুকন ডাঙৰীয়া। তেওঁৰ সাহিত্যিক জীৱন তেতিয়াৰ পৰাই প্ৰকৃততে আৰম্ভ বুলি ক'ব পাৰি। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবেনুধৰ শৰ্মা আৰু শ্ৰীআনন্দচন্দ্ৰ বৰুৱাও কিছুদিন 'বাতৰি' সম্পাদনাত ফুকনৰ সহযোগী হৈ আছিল। শৰ্মা-ফুকনৰ ঠেকা-ঠেকিৰ কথাও কোনোবাই লিপিবদ্ধ কৰি থলে ভাল ( literary anecdote ) 'এনেকদ'ত্' হ'ব। ৰাজনৈতিক ক্ষেত্ৰতো ফুকন প্ৰথমে কংগ্ৰেছ-বিৰোধী দলতহে আছিল। পাছলৈ কংগ্ৰেছৰ কেম্পলৈ আহিল। ফুকনৰ ৰাজনীতিৰ কথা তেখেতৰ সহকৰ্ম্মীলোকৰ পৰা এতিয়াই ৰাখি নথলে আগলৈ হেৰাব।

ফুকনৰ কবিতাতকৈয়ো মই তেখেতৰ গদ্যৰ ওপৰতহে গুৰুত্ব দিওঁ। বাগ্মীৰ ফুকনৰ বাগ্মিতা তেওঁৰ গদ্য-ৰচনাত আছে। বক্তাৰূপে ফুকনৰ প্ৰথমে যি খ্যাতি আছিল, পিছলৈ সি ক্ৰমে ম্লান হৈ আহিছিল। তেওঁৰ বাগ্মিতাৰ প্ৰয়োগৰ মাত্ৰা জোখতকৈ বাঢ়ি গৈছিল। সোৱাদ বস্তুৱেও মানুহক আমুৱায়। বাগ্মীৰ কথাটো বৈ গ'ল।

তেওঁৰ প্ৰথম কবিতা সংগ্ৰহৰ এটা সমালোচনা লিখিছিলোঁ। তেওঁৰ প্ৰতিখন পুথিৰ সম্পৰ্কে সমালোচনা লিখাটো তেওঁ সদায় আশা কৰিছিল। তেওঁৰ 'মানসী'ৰ বিষয়ে মই একো লিখা নাছিলোঁ; কেইবাবাৰো কোৱা সত্বেও। প্ৰকৃততে 'মানসী'ক কবিতা হিচাপে মই বিশেষ মূল্য নিদিওঁ, সেইকথা ফুকন ডাঙৰীয়াক খোলাখুলিকৈ

কৈছিলোঁ। তেখেতৰ সাহিত্যিক অৱদানতকৈ তেখেতৰ অন্তৰৰ জ্বলি থকা দেশপ্ৰীতিৰ জুইকুৰাৰ মূল্য সৰহ, তাকো মই কৈ থাকোঁ। সেইবাবে তেওঁ বেয়া নাপাইছিল অকণো। বৰং স্পষ্টবাদিতাৰ কাৰণে সন্তোষ পাইছিল। এইফালে আহিলে তেওঁ আমাৰ ঘৰত এভুমুকি নমৰাকৈ নাযায়। পাঁচ বছৰ মানৰ আগতে এবাৰ বিহুৰ সময়ত সোমাল, অৰ্থাৎ গাড়ীৰপৰা মুকুট ভুঞাই ধৰি নমাই আনিলে। তেওঁৰ কবিতা কেতখিনি ইংৰাজীলৈ অনুবাদ কৰিব লাগে। মই কলো, "মই পাঠশালাৰ পণ্ডিত, কোনো একাডেমিক উপাধি নাই।" ফুকনে হাঁহিলে। মোৰো সময় নাই। তথাপি তেওঁ বহি থাকোতেই এটা কবিতাৰ ইংৰাজী ভাঙনি কৰি দিলোঁ। বোধহয় এতিয়াও ক'ৰবাত থৈ গৈছে। শেষৰ ফাললৈ তেওঁ নিজৰ কবিতাখিনিৰ যি প্ৰকৃত মূল্য, তাতকৈ অনেক বেছি মূল্যৱন্ত বুলি ভাবিছিল। বয়স হ'লে মানুহৰ এনে হৈয়েই হবলা!

ইয়াৰ ডুমাহমান পাছত এবাৰ যোৰহাটলৈ যাওঁতে তেওঁৰ তাত সোমালোঁ। তেওঁক দেখা নকৰিলে ঠেহ লাগে। 'মানসী'ৰ সম্পৰ্কে যে মই একো মত নিদিলোঁ, তেওঁ পাহৰা নাই; কথা-প্ৰসঙ্গত আকৌ কলে। মই তেতিয়াই লিখিদিম বুলি কলোঁ, চাহপানী অহাৰ আগতে।

নীলমনি ককা, ককা নীলমণি ককা,
মানসীৰ সন্ধানতে হ'লা নে কি তুমি তপা?
জৰ্জ স্কুলত বিচাৰি নাপাই চাহনিলৈ গ'লা;
ছিলঙৰ পাইন বনতো সন্ধেদ নাপালা।
জালুকনিত ডুবছৰেও নাপালা বাতৰি,
গদ্য-পদ্য বক্তৃতাত পৰিলা ভাগৰি।
ৰাইন ( Rhine )-ৰ পাৰতো মানসীক চালা খেদি।
কোনো ঠাইতে মানসীৰ নেদেখিলা বেদী।



চাৰি কুৰি বাৰ বছৰত নীলমণি ককা,
মানসীৰ সন্ধানত জীয়াই আছে জঁকা।
খাৰঘৰীয়াৰ খাৰ
বৰষুণত সেমেকিলেও গোন্ধ নাযায় তাৰ।

চাহপানী অহাৰ আগতে এইখিনি পঢ়ি শুনালোঁ। বৰ হাঁহিলে। কলে, "তুমি থোৰতে মোৰ জীৱনটো লিখিলা। ভুৰুকাত হাতী। এই lightness থকাৰ বাবে স্বাস্থ্য থাকিব।" মই কলোঁ, "ককাৰ আশীৰ্বাদ।" ককাই কলে, "তুমি অহাবাৰলৈ সাহিত্য সভাৰ সভাপতি হবাই, ধুৰুপ।" মই কলোঁ, "ভেকুলীৰ পিঠিত নোম গজিব।"

বহালৈ আহি এই ৰহুৱালিখিনি ডায়েৰীত লিখি থলোঁ। প্ৰথমে লিখা ককাৰ হাতত দিলোঁ।

সাহিত্য সভাৰ হীৰক-জয়ন্তীত কেৱল মাতটোহে আছিলগৈ। উত্তৰায়ণ অহাৰ লগে লগে মাতটিও গ'ল,—প্ৰেৰণা দিব পৰা, উৎসাহ দিব পৰা মাতটি। বংশৰ মানুহ যোৰহাটত আছে; ডিব্ৰুগড়ৰ ঘৰ-বাৰী লুইতৰ বুকুত—চিৰকুমাৰ ককাৰ।



# ফুকন ককাৰ কথা

—শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা

প্ৰায় এক শতিকা কাল যি জন পুৰুষে নিজৰ দেশ আৰু জাতিকে পৃথিবীৰ সকলোতকৈ প্ৰিয় বুলি ভাবি, দেশৰ আৰু জাতিৰ সকলো কথাকে খৰচি মাৰি জানি বুজি লৈ, আজীৱন তাৰ উন্নতিৰ কাৰণেই চেষ্টা কৰিছিল, সেইজনেই আমাৰ অতি আদৰৰ, অতি শ্ৰদ্ধাৰ আৰু মৰমৰ ককা বাগ্মীবৰ নীমলণি ফুকন। কুৰি শতিকাৰ পাছৰ অৰ্ধেকৰো বেছি ভাগ ফুকন ককাই বহুমুখী প্ৰতিভা, বহুদৰ্শিতা আৰু দূৰদৰ্শিতাৰে যি প্ৰভাৱ বিস্তাৰ কৰিলে, তাৰ তুলনা নাই? অসম দেশত বহু গুণী-জ্ঞানী অসমলোকে জন্মগ্ৰহণ কৰি, মাতৃভুমিৰ সেৱা কৰি গৈছে। কিন্তু ফুকন ককাৰ দৰে একেজন মানুহৰ গাতে বহুত গুণ থকা মানুহ বিৰল; তেখেত ভীষ্ম-প্ৰতিম, সব্যসাচী, বহুগুণী, চিৰকুমাৰ ককা। তেখেতে অসমৰ ল'ৰা-ছোৱালীক দেহে-কেহে নাতি বুলিয়েই ভাবিছিল আৰু নাতিহঁতেও ককাক ককাৰ দৰেই শ্ৰদ্ধা, ভক্তি, মৰম কৰিছিল। ককাৰ নাতি নহয় কোন? ককাৰ নাতি সকলো; জননেতা, মন্ত্ৰী, ন্যায়াধীশ, উপায়ুক্ত. মহাবিদ্যালয়ৰ অধ্যক্ষ, ডাক্তৰ, আইন ব্যৱসায়ী, ব্যৱসায়ী, কবি, সাহিত্যিক, ছাত্ৰ-ছাত্ৰী সকলো। ককা যেনিয়েই যায় তেনিয়েই জয় জয় ময় ময়। ককাই সকলোকে ডাবি-ছকি দিব পাৰে, কিন্তু কাকো শাওঁ নিদিয়ে। ককাই সদায় নিজৰ হাতত থকা লাঠী-ডালো দাঙে; কিন্তু কাকো নামাৰে।

ককাই ডিব্ৰুগড়, কলিকতা, গুৱাহাটী, কোচবিহাৰ আদি ঠাইত পঢ়ি-শুনি স্নাতক উপাধি লৈ ডিব্ৰুগড়ত 'জৰ্জ্জ ইনষ্টিটিউশ্বন উচ্চ মাধ্যমিক বিদ্যালয় প্ৰতিষ্ঠা কৰি তাৰ গুৰি ধৰি শিক্ষকতা কৰিলে। তেখেতৰ লগৰীয়াসকলে কয়, শিক্ষক স্বৰূপে যিখিনি গুণ ফুকনৰ থাকিব লাগে, সেই সকলোখিনি গুণ তেখেতৰ আছিল। কুৰি শতিকাৰ দুই



দশকৰ ভিতৰত যেতিয়া তেখেতে নিজৰ বিদ্যালয়ৰ দল লৈ যোৰহাটত অনুষ্ঠিত উজনি অসম টুৰ্ণামেণ্টলৈ আহে, তেতিয়া তেখেতক আমি দেখিবলৈ পাওঁ। কোট-পট্‌লুং ধুনীয়াকৈ পিন্ধা, ডিঙিত 'নেক্‌টাই' মৰা সুদৰ্শন পুৰুষজন সাজে-পোছাকে. বৰণে তেতিয়া যেনিয়ে তেনিয়ে দেখিবলৈ পোৱা চাহাবসকলৰ নিচিনা। আমি টুৰ্ণামেণ্ট চাবলৈ যোৱা সৰু সৰু ছ'ত্ৰসকলে তেখেতক বেৰি বেৰি চাইছিলোঁ। সাজে পোচাকে টুৰ্ণামেণ্টৰ দলৰ লগত অহা প্ৰায় সকলো শিক্ষক একেৰকম চাহাবেই। কিন্তু ফুকন ককাৰ নিচিনা চাহাব দেখা পোৱা নাছিলোঁ। আমি ককাক চাহাব 'হেডমাষ্টৰ' বুলিছিলোঁ। আনৰ দৰে তেখেতৰ এটা মাত্ৰ গুণ বা দুৰ্গুণ নাছিল। সৰহ ভাগৰে মুখত 'চুৰট' বা 'পাইপ' আছিল। সেই কালত শিক্ষকসকলে আন চৰকাৰী বিষয়-ববীয়াৰ দৰে চাহাবী পোচাক পিন্ধিছিল। কিন্তু আজি-কালিৰ দৰে ছাত্ৰসকলৰ ভিতৰত পট্‌লুং পিন্ধা এজনো নাছিল। এইটো সৰবৰহীকৈ ইংৰাজ যাওঁতে দি যোৱা দান। ডিব্ৰুগড় সাহিত্য সভাত আৰু ছাত্ৰ সন্মিলনত প্ৰধান শিক্ষক ফুকন ককাক তজবজীয়া ডেকা কৰ্মী হিচাপে দেখিছিলো। তাৰ সভা-সমিতিবিলাকত সকলো বিষয়তে ফুকন নহলে যেন নহয়েই। ৰাতিৰ অভিনয়বিলাকতো সেই একেদৰে আগ-ভাগ লোৱা দেখিবলৈ পাইছিলোঁ। ককাই জাতিৰ অন্যান্য সকলো বিষয়তে নিজৰ সেৱা আগবঢ়োৱাৰ দৰে, শিক্ষা বিষয়তো তেখেতৰ সেৱা শেষ পৰ্য্যন্ত আছিল। ভালেখিনি উচ্চ-মাধ্যমিক বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভাপতি স্বৰূপে তেখেতে কেবাখনো বিদ্যালয়ৰ সমস্যাপূৰ্ণ অৱস্থাৰ সমাধান কৰি দিয়াৰ কথা আমি শুনিবলৈ পাওঁ। শিক্ষাবিভাগৰ অন্যান্য বিষয়তো তেখেত জড়িত থাকি আমনি নাপাইছিল। হৰিজন আৰু জনজাতিৰ মাজত শিক্ষা প্ৰচলনৰ আগ্ৰহ তেখেতৰ যথেষ্ট আছিল।

শিক্ষকতা এৰি চাহ বাগিচা পাতিবলৈ গৈ ককাই বিশেষ সুবিধা কৰিব নোৱাৰিলে। তাৰ কাৰণ বোলে, তেখেতৰ নামটোৱেই— নীলমণি, অৰ্থাৎ ধন নাই, ইংৰাজীত নীলমণিৰ অৰ্থ ধন নাই। সেই

বিষয়টো এৰিছিল যদিও, চাহ খেতিয়কসকলে তেখেতসকলৰ সমস্যা সমাধানৰ নিমিত্তে ফুকন ককাক টনা-আঁজোৰা কৰিয়েই আছিল।

ফুকন ককাক প্ৰথম দৃষ্টিত ৰাজনৈতিক নেতা আৰু সাহিত্যিক বুলিয়েই বুজোঁ। এই দুটা গুণ থাকিলেই যে আনবিলাক গুণ লগতে আহে, তাক নকলেও হ'ব! ককাৰ সময় নাই। এই দীঘলীয়া জীৱনটোত, অন্ততঃ পাছৰ ছোৱাত সমূলি আজৰি নাপালে। কেতিয়াবা একেদিনাই কেবাখনো সভাত, এটা নহয় এটা বাব লৈ উপস্থিত থাকিব লাগে। সেই কাৰণে সংশ্লিষ্ট অনুষ্ঠানবিলাকৰ ভিতৰত সময় ভাগ কৰি লোৱা দেখিছোঁ। তিনিখন সভা থাকিলেও, এঘণ্টাকৈ হলেও প্ৰত্যেকখনতে বক্তৃতা দিবলৈ ককাই আমনি নাপায়। তাৰ-উপৰি লগ পালে কথা নপতাকৈ থাকিব নোৱাৰে। মনত পৰিছে এবাৰ গুৱাহাটীৰ পৰা 'বাছত' আহোতে, ককাৰ ওচৰতে বহি অহা এটা পৰিয়ালৰ সৈতে কথা পাতি যোৰহাটলৈকে শেষ নহ'ল। মাজতে নগাওঁত প্ৰায় আধা ঘণ্টা বাছ ৰোৱাৰ কাৰণে ককাই ৰিক্সা এখন ধৰি ক'ৰবাৰপৰা আহিলগৈ। এইদৰে যাওঁতে আমাক কৈ গৈছিল, "ড্ৰাইভাৰক ক'বা, মোক এৰি থৈ নাযাব। এৰি থৈ গলে কিন্তু সুখেৰে নেৰোঁ।" এইদৰে কলেহে; কিন্তু ঘূৰি আহোঁতে এক মিনিটো পলম নকৰিলে। ককাই বোলে, এজনৰ কাৰণে অতখিনি ৰাইজে আমনি পোৱাটো ভাল নাপায়। মাকুমত বহা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনলৈ ককা যোৰহাটৰ পৰা বাছত আহিছিল। মই টীয়কত সেইখন বাছতে উঠি যোৱাৰ বন্দৱস্ত আছিল। সেই কাৰণে আগৰ দুজন বহিব পৰা আসনতে ককাৰ লগত মোলৈ ঠাই থৈছিল। ককাৰ লগত কথা পাতি যোৱাৰ ভয়ত যোৰহাটতে বাকীসকলে এইটো বন্দৱস্ত কৰিলে। টীয়কত মোক দেখি আটাইখনে মোক ককাৰ ওচৰতে বহিবলৈ কলে; মোলৈ হেনো সেইখন আসন 'ৰিজাৰ্ভ' কৰি আনিছে। ককাৰ লগত বহি মোৰ লাভ হ'ল। মাকুমলৈকে ককাই যিবোৰ কথা কৈ গ'ল, সিবোৰ মই মাত্ৰ শলাগি গলোঁ, তাৰ



পৰা বহুত কথা শিকিলোঁ। অৱশ্যে ককাৰ দৰে কব নোৱাৰিম। ককা সভাপতি নোহোৱা বিষয়েই নাই। এদিন যোৰহাটৰ চন্দ্ৰকান্ত ভৱনত হব লগা এখন সভালৈ গৈ, সম্পাদকৰ কাৰ্যালয়ত অলপ পৰ ৰবলগীয়া হৈছিল। তাতে ককা আৰু ভালেকিজন লোক আছিল। তাৰ ভিতৰৰ এজনে ক'লে, "ককা, চোৰবো এখন সন্মিলন হলে বেয়া হবনে?" ককাই তপৰাই মাত লগালে, "ভাল হ'ব। যদি মোক সভাপতি পাতি লয়, মই তিনি ঘণ্টামান বক্তৃতা দি এনেদৰে শিকাম, পাছদিনাৰপৰাই চোৰবোৰ ভদ্ৰলোক হৈ পৰিব আৰু লাহে লাহে বজাৰত তলা-চাবি বিক্ৰী নোহোৱা হ'ব।" ককাই কৃষি, সমবায়, নানা ধৰণৰ উৎসৱ আদি কিমানৰ যে সভাপতি হ'ল, তাৰ লেখ-জোখ নাই।

তেখেতৰ ৰাজনীতিত লগা কথা সকলোৱে জানে। প্ৰথমতে আন বহুতৰ দৰে স্বাধীনতা-আন্দোলনত যোগ দিয়া নাছিল। অসহযোগ আন্দোলন আৰম্ভ হোৱাৰপৰা স্বাধীনতা লাভ কৰা সময়লৈকে আন ৰাজনৈতিক নেতাসকলৰ দৰে ফুকন ককা সৰৱৰহী হোৱা নাছিল। বাগ্মীবৰ, সাংবাদিক হিচাপে তেখেতক ৰাইজে জানিছিল। ১৯৩০ চনত (?) চাৰিঙৰ মণিৰাম দেৱান-উৎসৱত তেখেত সভাপতি আছিল। সেই সময়ত জাঁজী অঞ্চলক অসহযোগ আন্দোলনে উত্তপ্ত কৰি ৰাখিছিল। তাৰ নেতা আছিল সেইসময়ৰ গোড়া অসহযোগী ৺নৱনাথ শৰ্মা। ফুকন ককাই উৎসৱলৈ বিলাতী পোছাক পিন্ধি গৈছিল। এই কথা লৈয়ে ফুকন আৰু শৰ্মাৰ ভিতৰত বেছি ৰকমে বাক্-বিতণ্ডা হোৱা দেখা পাইছিলোঁ। এই কাৰণে উৎসৱ সভাৰ শৃঙ্খলাও ভঙ্গ হৈছিল। অসমৰ অন্য এজন খ্যাত-নামা পুৰুষ ছাৰ চৈয়দ চাদুল্লা অসমৰ দ্বৈত শাসনৰ মুখ্যমন্ত্ৰী থাকোতে শৰ্মা ডাঙৰীয়াই তেখেতৰ লগ ললে। সেই সময়ত দ্বিতীয় মহাযুদ্ধ চলি আছিল। পাছত ফুকন ককাও একেবাৰে 'কংগ্ৰেছী' হৈ পৰিল। বগা খদ্দৰৰ পোছাক, মূৰত বগা গান্ধী টুপীৰে সৈতে ফুকন ককা ৰাইজৰ অতি প্ৰিয় জন হৈ পৰিল। স্বাধীনতাৰ আগে-পাছে তেখেত

বিধান সভাৰ সভ্য হৈ দেশৰ আগতিয়াল বিষয়বিলাকৰ কাৰণে চৰকাৰক সজাগ কৰিবলৈ যথেষ্ট চেষ্টা কৰিছিল। শেষলৈকে ককা গান্ধী-পন্থী, জাকত-জিলিকা, সুদৰ্শন নেতা হৈয়ে থাকিল। ককাই যথেষ্ট পৰিশ্ৰম কৰিব পাৰে। স্বাধীনতাৰ আগত বিধান সভাৰ টীয়ক সমষ্টিৰ প্ৰাৰ্থী হৈ এদিন পুহ-মহীয়া ৰাতি আমাৰ জ'াজীৰ ছাত্ৰাবাসত জাৰত আৰু ভোক-পিয়াহত মাত নাইকিয়া হৈ ওলালহি। মই আছিলোঁ ছাত্ৰ-সকলৰ অভিভাৱক। ককাই খৰিৰ কাৰণে ল'ৰাহতৰ হতুৱাই জেওৰা-জপনা গোটাই আনি দপ্‌দপীয়া জুই ধৰি অলপ পোন হৈ, ল'ৰা-হঁতকলৈ কথা আৰম্ভ কৰিলে আৰু সেইদিনা আমাৰ ঘৰৰপৰা নিয়া চিৰা-পিঠা-দৈ খাই তজ্‌বজীয়া হৈ পৰি ৰাতিয়েই ক'ৰবাত বাটকৰা গাড়ী বিচাৰি গড়মূৰৰ ফালে খোজ ললে। লগত আছিল টীয়কৰ খঁতীয়া বৰুৱাৰ বাগিচাৰ মালিক ৺ফনীধৰ বৰুৱা। তেখেত বৰ নৈষ্ঠিক লোক, পানী এটোপাও নাখালে। তেখেতসকলৰ গাড়ী বেয়া হোৱাত জকাইচুক মৌজাৰ জেঙ্গেৰী টুপৰ ফালৰ পৰা খোজ কাঢ়ি আহি ৰাতি একমান বজাত জ'াজী জামুগুৰি পাইছিলহি।

ফুকন ককাৰ লেখৰ গুণ হ'ল তেখেত সাংবাদিক, সাহিত্যিক আৰু কবি। তেখেতৰ সাহিত্য চৰ্চাৰ কথা আন সাহিত্যিকৰ লগত নিমিলে। আন সাহিত্যিক সকলে প্ৰায় ছাত্ৰ-জীৱনৰপৰাই সাহিত্য চৰ্চা কৰিবলৈ কবিতা লিখিবলৈ আৰম্ভ কৰে; কিন্তু ককা, স্নাতক হৈ বিদ্যালয়ৰ প্ৰধান শিক্ষক হোৱালৈকে সাহিত্য চৰ্চা কৰাৰ কথা আমি নাজানো। বোধকৰোঁ সেই সময়ছোৱাত তেখেতে সাহিত্য চৰ্চা কৰাৰ কথা ভবাই নাছিল। সেই সময়ত কিবা চৰ্চা থকা হলে যেনে-তেনে আমি জানিলো-হেঁতেন। তেখেতে দীঘলীয়া বক্তৃতা দিয়াৰ কথা বা বক্তৃতা দি ভালপোৱা আৰু আমনি নোপোৱাৰ কথাও ছাত্ৰ-জীৱনৰ পৰা জনা নাযায়। সংবাদ সেৱী হিচাপে ফুকন ককাই ভব বয়সত মাহেকীয়া আলোচনী 'ন-জোন' আৰু আন সংবাদপত্ৰ প্ৰকাশ কৰিছিল, আৰু 'অসমীয়া' কাকত সম্পাদনাত ভাগ লৈছিল। যোৰহাটলৈ আহি



ঠেঙালৰপৰা 'বাতৰি' কাকত সম্পাদনা কৰিছিল। এই 'বাতৰি' কাকতেই অসমৰ গাঁৱলীয়া ঠাইৰপৰা প্ৰকাশ পোৱা দৈনিক কাকত 'দৈনিক বাতৰি'। এই বাতৰি কাকতৰ গুৰিত আছিল অসমৰ বিখ্যাত চাহ খেতিয়ক, লখিমীৰ বৰপুত্ৰ স্বৰূপ, আদৰ্শ অসমীয়া, স্বনাম প্ৰসিদ্ধ লোক ৺শিৱপ্ৰসাদ বৰুৱা। ১৯১৭ চনত প্ৰতিষ্ঠিত অসম সাহিত্য সভাৰ আৰম্ভৰপৰা ফুকন ককা সভাৰ সকলো বিষয়তে জড়িত আছিল। উত্তৰ লক্ষীমপুৰত প্ৰথম বাৰৰ কাৰণে বাৰ্ষিক সন্মিলন হৈছিল ঋষিকল্প সাহিত্যিক পুৰুষ ৺জ্ঞানদাভিৰাম বৰুৱাৰ সভাপতিত্বত। সেই অধি-ৱেশনৰ সভাত এটা সাধাৰণ কথা লৈ ফুকন ককা আৰু সাহিত্য কাণ্ডাৰী ৺পদ্মনাথ গোহাঁই বৰুৱাৰ লগত হোৱা বাক্‌যুদ্ধৰ কথা এতিয়াও মনত পৰে। ফুকন ককা দুবাৰ সাহিত্য সভাৰ সভাপতি হয়; আৰু শেষলৈকে সকলোবিলাক বাৰ্ষিক অধিৱেশনত যোগ দিয়ে। ফুকন ককা সাহিত্য সভাৰ অপৰিহাৰ্য সভ্য যেন হৈ পৰিছিল।

ফুকন ককাই সাহিত্য সভাৰ আমনি লাগি যোৱা বিষয়-বাছনী সভাবিলাকতো যোগ দি আমনি নাপায়। সভাৰ বিশিষ্ট অতিথি হিচাপে তেখেতৰ ভাষণ লেখৰ বিষয়। সাহিত্য সভাৰ হীৰক জয়ন্তীত যোগ দিয়াৰ অলপ দিন পাছতে তেখেতেই জীৱন-লীলা সামৰিলে। ফুকন ককা ভাটী বয়সৰ কবি। সেই কাৰণে তেখেতৰ সৰহ ভাগ কবিতা দৰ্শনৰ ফালে ঢাল খোৱা। ফুকন ককাই জীৱনৰ পাছৰ ছোৱাতহে সাহিত্য চৰ্চাত বিশেষকৈ মন দিছিল. যদিও অসমীয়া সাহিত্য তেখেতে ভালেখিনি গদ্য-পদ্যৰ বহুমূলীয়া পুথি দান দি থৈ গৈছে। ইয়াৰ উপৰিও অক্লান্ত কৰ্মী ফুকন ককাই সাময়িক আলোচনী, সংবাদ-পত্ৰ আদিত সাময়িক সমস্যা আৰু আন বিষয়ৰ বহুত প্ৰবন্ধ, গল্প, কবিতা লিখি থৈ গৈছে। তাৰ ভিতৰত বহুতেই পুথিৰ আকাৰত প্ৰকাশ পোৱা নাই; হাতেলিখা অৱস্থাতো বহুত আছে। তেখেতৰ পুথি, পুথিৰ ভঁড়াল সকলোখিনি সাহিত্য সভাক দান দি থৈ গৈছে। সুখৰ বিষয়, তেখেতে দেশৰ প্ৰতি আজীৱন আগবঢ়োৱা সেৱাৰ প্ৰতি

আকৃষ্ট হৈ গুৱাহাটী বিশ্ববিদ্যালয়ে "ডক্টৰ অব্ ল" উপাধি দান কৰি সন্মানিত কৰিলে। নলবাৰী সংস্কৃত সঞ্জীবনী সভাই 'সাহিত্যৰত্ন' উপাধি প্ৰদান কৰিলে। সাহিত্য একাদেমিৰো একমাত্ৰ "ফেল'শ্বিপ" পালে ফুকন ককাই। জীৱনলীলা সামৰণৰ আগে আগেই তেখেতে এই সন্মান লাভ কৰিলে। ইয়াৰ উপৰিও তেখেতক কিমান সম্বৰ্ধনা জনোৱা হ'ল, তাৰ বৰ্ণনা দিয়া টান।

অসমৰ প্ৰচলিত ৰীতি-নীতিবিলাক ফুকন ককাই মানি চলিবলৈ যত্ন কৰিছিল। অৱশ্যে সময়ৰ লগত খাপ খুৱাই লোৱাটো উচিত বুলি ভাবিছিল। তেখেতৰ মতে জাতি এটাই নিজৰ প্ৰচলিত ৰীতি-নীতিবিলাক এৰি দিলে জাতিৰ চিনেই নথকা হ'ব। অসমৰ নামঘৰ আৰু সত্ৰবিলাক সময়ৰ লগত মিলাই যাতে উন্নত কৰি ৰাখিব পাৰি, তাৰ বাবে তেখেতে সভায়-সমিতিয়ে উপদেশ দিয়ে। বিয়া-বাৰু, সকাম-নিকাম আদিৰ খবৰ কৰা আৰু সেইবোৰলৈ যোৱা সমাজত থকা লোকৰ কৰ্তব্য বুলি ভাবি তেখেতে তেনে কাম নিয়াৰিকৈ পালন কৰিছিল। তেখেত বন্ধু-বান্ধৱৰ বিয়া আদিত পৰাপক্ষত উপস্থিত থাকে। অনেক কামৰ মাজতো এনে সামাজিক কৰ্তব্য পালন কৰাত তেখেত পিছ নোহোঁহকে।

তেখেত মাদক দ্ৰব্য ব্যৱহাৰৰ একেবাৰে বিৰোধী। ছোৱালীহঁতক মদাহীৰ লগত বিয়া নোসোমাবলৈ সভা-সমিতিত যেতিয়াই ছল পায় তেতিয়াই কয়। বিজতৰীয়া নকলবোৰ তেখেতে বৰ বেয়া পায়। আজি-কালি ছোৱালীহঁতে ক'লা ফোঁট লোৱা অমঙ্গলীয়া প্ৰথাটোৰ বিপক্ষেও তেখেতে কয়। পৰিপাটিকৈ, আৱশ্যক মতে আৰু স্থান-কাল পাত্ৰ হিচাপে আন্তৰ্জাতিক পোছাক পিন্ধাত তেখেতে আপত্তি নকৰে; কিন্তু অবাবতে জধে-মধে, 'জলহু' ইংৰাজ হবলৈ যোৱা সকলক ভাল নেদেখে। ফুকন ককাই আগতে চাহাবী পোছাক পিন্ধাৰ কথা কৈ আহিছোঁ। কিন্তু পাছত শুধ বগা খদ্দৰৰ পোছাক পিন্ধি-বলৈ লয়। সেই পোছাক পিন্ধাত তেখেত ৰাইজৰ ৰেছিকৈ ওচৰ



চাপিবলৈ আৰু সহানুভূতি পাবলৈ সক্ষম হয়। ভাৰতৰ বাহিৰলৈ যাওঁতে ধুনীয়া আন্তৰ্জাতিক পোছাক পিন্ধি যোৱা, পৃথিবীৰে এজন লেখৰ মানুহ হিচাপে ছবিত আন নেতাসকলৰ লগত দেখিবলৈ পাইছোঁ।

তেখেতৰ গুণগ্ৰাহী সকলোৱেই তেখেতৰ জন্ম শতবাৰ্ষিকী জীয়াই থাকোতেই পাতিবলৈ বৰ আশা কৰিছিল। অসম সাহিত্য সভাৰ এই প্ৰাক্তন সভাপতি আৰু সভাৰ লগত আজীৱন জড়িত থকা পুৰুষজনৰ জীৱন কালতে শতবাৰ্ষিকী পাতিব পৰা হলে এটা বৰ ডাঙৰ কথা হলহেঁতেন। দুবছৰৰ বাবেই ই হৈ নুঠিল যদিও তেখেতৰ মৃত্যুৰ লগে লগেই জন্ম শতবাৰ্ষিকীৰো আয়োজনৰ সময় ওচৰ চাপি আহিল।

মনৰ বল আৰু শাৰীৰিক শক্তিত ফুকন ককাৰ তুলনা নাই। অলপো ভাগৰ নলগাকৈ ঘণ্টাই ঘণ্টাই বক্তৃতা দিয়া সাধাৰণ কথা নহয়। সিও, কেতিয়াবা নহয়, প্ৰায় প্ৰতি দিনেই। সভা আৰু বক্তৃতা পালে ককাক একো নালাগে; সকলো পাহৰি যায়। সকলো ঠাইতে, সকলো সময়তে নাতিহঁতক পাই থকাৰ কাৰণে নাতিসকললৈ, পৰিয়াললৈ চিন্তা কৰাৰ কাৰণ নাই। কোনোবা এঠাইত, অৰ্থাৎ ঘৰলৈ গলেহে যিসকলে নাতিহঁতক লগ পায়, সেইসকলৰ চিন্তা হোৱাটো স্বাভাৱিক। ককাই বক্তৃতা দিবলৈ 'মাইক' নিবিচাৰে; তেখেতৰ মাতেই 'মাইক'। মানুহজন নেদেখাকৈয়ে যি আঁতৰৰপৰা ফুকন ককাৰ বক্তৃতা শুনে, তেওঁ এজন বুঢ়া মানুহে বক্তৃতা দিয়া বুলি কব নোৱাৰে। শেষলৈকে তেখেতৰ মাত ভাল ডেকা মানুহৰ দৰেই আছিল। বহুত ডেকা মানুহৰো তেখেতৰ দৰে ডাঙৰ আৰু স্পষ্ট মাত নাই। চাৰিকুৰি দহ বছৰ বয়সত শান্তি সন্মিলনত যোগ দিবলৈ, ভাৰতৰ প্ৰতিনিধি হিচাপে জাৰ্মানীলৈ যোৱা সাধাৰণ কথা নহয়। সেইদৰে তেখেত ছোভিয়েট ৰাছিয়ালৈ যোৱাও বিশেষ উল্লেখযোগ্য।

ফুকন ককা মধ্যবিত্ত পৰিয়ালৰ লোক; সেই হিচাপই তেখেতে সৰু কালছোৱা অতিবাহিত কৰিছিল।

কটন কলেজৰ প্ৰথম দলৰ ছাত্ৰসকলৰ ভিতৰত ফুকনো এজন। কিবা কাৰণত কোচবিহাৰৰ ভিক্টোৰীয়া কলেজৰ পৰা বি, এ, পাছ কৰে।

সমস্যা পূৰ্ণ অসমত ফুকন ককা জাগ্ৰত প্ৰহৰী ৰূপে, প্ৰায় অৰ্ধ শতিকা দেশৰ সেৱা কৰিলে। ফুকনৰ কথা কবলৈ গলেই, নিজকে অসমীয়া জাতিৰ পশ্চিম সীমান্তৰ প্ৰহৰী বুলি কোৱা ৺প্ৰমথ চক্ৰৱৰ্ত্তীলৈ মনত পৰে; লগতে মনত পৰে অসম কেশৰী ৺অম্বিকাগিৰী ৰায়চৌধুৰিলৈ। *

* বাগ্মীবৰ ৺নীলমণি ফুকন ককাক আমি 'ডাঙৰীয়া' বুলি কৈ আমাৰ পৰা আঁতৰ কৰি লবৰ ইচ্ছা নকৰোঁ। সেই কাৰণে প্ৰৱন্ধটোত 'ডাঙৰীয়া' শব্দ ব্যৱহাৰ কৰা নাই। 'ডাঙৰীয়া' বুলিলে আঁতৰ আঁতৰ-লাগে।

# ফুকনৰ বিষয়ে মোৰ মনত পৰা কথা

—শ্ৰীৰামচন্দ্ৰ দাস

"গুনৱন্ত সকলৰ বৰ্ণনা কৰোঁতে
নপৰে আগত নাম যাৰ,
সিজনাৰ মাতৃ যদি পুত্ৰৱতী হয়
অপুত্ৰকা নাম হব কাৰ?"

অসমৰ মহাপুৰুষীয়া সত্ৰসমূহৰ কেৱলীয়াহাটীত আগৰেপৰা 'চৰিত তোলা' নিয়ম এটি চলি আহিছে। এই 'চৰিত তোলা' নো কি, তাক নিজে চাই কাণেৰে নুশুনিলে কিতাপ পঢ়ি বা আনৰ মুখত শুনি ভালকৈ বুজি পোৱা টান। সন্ধিয়া পৰত এজনা বয়সীয়া কেৱলীয়া ভকতে নিজৰ বাহাৰ ভিতৰত শুকুলা বসন পৰিধান কৰি কঠত দক্ষিণ মুৱাকৈ বহি লব। তাৰে ওচৰত শাৰী শাৰীকৈ বহিব শ্ৰোতা ভকতবৃন্দ। বাহিৰৰ চোতালত বহিব আইসকল। এই পৰিবেশৰ মাজতেই চৰিত তোলা হয়। সেয়ে হল সাধু-সংগ লাভ। সাধু-সংগৰ মাহাত্ম্য কি, তাক সকলোৱে জানে। চৰিতৰ ভাষা আধুনিক লিখিত বা কথিত ভাষা নহয়। তাৰ ভাষা এক ৰকম ব্ৰজাৱলী বা কেৱলীয়াহাটীৰ চৰিত পুথিৰ সাধু ভাষা। এই চৰিত তোলাৰ ভিতৰত থাকে—কৃষ্ণ কথা, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰচাৰ কৰা এক শৰণ নাম-ধৰ্মৰ কথা, বিবিধ আখ্যান, সাধুকথা, যোজনা, মাধৱদেৱ, হৰিদেৱ আৰু সেই সময়ৰ আতা-আতৈ, সাধু-মহন্তসকলৰ গুণ গৰিমা আৰু মাহাত্ম্যৰ কথা। তাকে শুনিলে গাওঁবাসী অনাখৰী লোকেও গুৰুসকলৰ বিষয়ে বহু কথা শিকিব পাৰে। সমাজৰ পৰিবেশ মধুৰ কৰি তাত শিক্ষা আৰু ধৰ্ম প্ৰচাৰ কৰাৰ ই এটা সজ পন্থা। চৰিত তোলা হোৱাৰ পাছত মাজে-সময়ে প্ৰসাদ আৰু ফলমূল আদি নৈবেদ্যও বিতৰণ কৰা হয়। আমি আমাৰ কেৱলীয়াহাটীত শিশু কালতেই মনহৰি আতৈ, পুষ্পৰাম আতৈ,

কেঠাৰাম আতৈ আৰু হলিৰাম আতৈ বুঢ়াভকতে চৰিত তোলা শুনিবলৈ পাইছিলোঁ। আজি কালিও সুন্দৰীদিয়া সত্ৰৰ বৰবাহাত শ্ৰীযুত উত্তম চন্দ্ৰ মহন্ত আতৈ বুঢ়াভকতে আৰু বৰপেটা সত্ৰৰ শ্ৰীযুত ধৰ্মেশ্বৰ মহন্ত ডেকা সত্ৰীয়াই চৰিত তোলা শুনিবলৈ পাইছোঁ। বৰ ভাল লাগে। এই চৰিত তোলা বিষয়ে উচ্চ শিক্ষিত ডেকাসকলে চিন্তা-গৱেষণা কৰা ভাল। পিছে আজিৰ চৰিত তোলাৰ ভিতৰত কিছু আধুনিক ভাষা সোমাইছে। সেইটো হবলৈ দিব নালাগে। অতীতক মধুৰ অতীত বোলা হয়। এই অতীতৰ ভিতৰত যে, সকলোবিলাকেই মধুৰ, তেনে নহয়। তাৰে ভিতৰত বিৰহ-বেদনা আৰু বিষাদৰ কাহিনীও আছে। এই বিষয়ে পাছত চমুকৈ আলোচনা কৰা হৈছে।

পৃথিবীৰ বুকুত যিমানবিলাক মানুহ আছে, সেই প্ৰতিজন মানুহৰেই জীৱনৰ মূল্য আছে। এক কথাত কবলৈ হলে প্ৰতিজন মানুহেই ঈশ্বৰৰ একোটি অৱতাৰ বিশেষ। সেয়েহে গুৰু জনাই বাণী দি থৈ গৈছে—"যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত", "যত জীৱ ত'ত শিৱ"। এজন মানুহ যেনিবা আশী বছৰ জীয়াই আছে। এই আশী বছৰীয়া লোকজনৰ সম্পূৰ্ণ নিখুঁত জীৱনী লিখাটো সিমান সহজ নহয়। আমি কোনো এজন মানুহৰ জীৱনী লিখোঁতে সাধাৰণতে তেওঁৰ বেয়া বা আন্ধাৰৰ ফালটো এৰি দি ভাল বা পোহৰৰ ফালটোহে আলোচনা কৰোঁ। আচলতে তেনে কৰাটো উচিত নহয়। ভাৰতীয় সাহিত্যত তেনে নিখুঁত জীৱনী কিমান আছে, কব পৰা টান। খুব সম্ভৱ মহাত্মা গান্ধীৰ "মোৰ সত্য অন্বেষণৰ কাহিনী" খনেই বহু পৰিমাণে তেনে নিখুঁত জীৱনী।

ই হ'ল ১৯২৫ চনৰ কথা। এই চনতেই মই প্ৰথম ৰেলগাড়ী, শালিধানৰ সেউজী পথাৰ আৰু চাহ বাগিছা দেখা পাওঁ। তাৰ আগতে মই ঘৰৰপৰা বাহিৰ হোৱা নাই। মোৰ জন্মভূমি সুন্দৰীদিয়া সত্ৰ দ-ঠাইত অৱস্থিত। চাৰিওফালেই চাউল খোৱা নৈ। প্ৰতি বছৰেই বানপানী হয়। সেয়েহে ইয়াত শালি খেতি নহয়। আহুধান,



বাওধান, সৰিয়হ, মৰাপাট, আলু খেতি হলে যথেষ্ট হয়। এই চনতেই মই নৰ্মাল বাছনী পৰীক্ষাত বৃত্তি লাভ কৰি গৈ যোৰহাট নৰ্মাল স্কুলৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত নাম ভৰ্ত্তি কৰোঁ। তেতিয়া যোৰহাট নগৰত জয় জয় ময় ময় অৱস্থা, বিশেষকৈ সাহিত্য বিষয়ত। নৰ্মাল স্কুলৰ অধ্যক্ষ আছিল শিক্ষাবিদ্ শৰৎ চন্দ্ৰ গোস্বামী মহোদয়। গোস্বামী দেৱেই আছিল অসম সাহিত্য সভাৰ অন্যতম প্ৰতিষ্ঠাতা আৰু প্ৰথম প্ৰধান সম্পাদক। সেই সময়ৰ যোৰহাট নগৰৰ উজ্জ্বলতাৰ কথা মনত পৰিলে আজিও গৌৰৱ অনুভৱ হয়। তাত মই একেবাৰে আনন্দ সাগৰত বুৰ যোৱা যেন হলোঁ। ১৯২৬ চনত মই দ্বিতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। নৰ্মাল স্কুলত দুখন আলোচনা সভা আছিল, জ্ঞানদায়িনী সভা আৰু ধৰ্মালোচনী সভা। এই সভা দুখন পাল মতে প্ৰতি সপ্তাহৰ যুৰে যুৰে বহে। মাননীয় শিক্ষক মহোদয়সকলৰ নিৰ্দেশ মতে তালৈ অন্যান্য গুনী আৰু মনীষীসকলকো ভাষণ দিবলৈ মতা হয়। তালেই অসম তথা ভাৰতৰ বহু মনীষীৰ বহুমূলীয়া ভাষণ শুনিবলৈ আমাৰ ভাগ্য হৈছিল। এই চনত মই ধৰ্মালোচনী সভাৰ সম্পাদক নিৰ্বাচিত হওঁ। তাতেই মোৰ বাগ্মীবৰ ফুকন ডাঙৰীয়াৰ লগত প্ৰথম চিনাকি হয়। আমাৰ অনুৰোধ মতে তেখেতে কেবাদিনো আহি উক্ত সভা দুখনত বক্তৃতা দি আমাক মুগ্ধ কৰিছিল। তেখেতৰ ঘৰ ডিব্ৰুগড়ত হলেও থাকেহি যোৰহাটত। গুণীজনৰ গুণ কীৰ্ত্তন কৰিলে লেখক-পাঠক উভয়ৰে শিক্ষালাভ আৰু মন উদাৰ হয়। আগতে উল্লেখ কৰি অহা চৰিত তোলাই হ'ল তাৰ প্ৰমাণ। সেয়েহে ইয়াত তেখেতৰ বিষয়ে মোৰ মনত পৰা আষাৰচেৰেক কথা প্ৰকাশ কৰা হ'ল। এনে ব্যক্তিত্বসম্পন্ন গুণী পুৰুষ এজনৰ জীৱনী লিখিব পৰা যোগ্যতা এই নিঃকিনৰ নাই। যোগ্যজনে তেখেতৰ বিষয়ে শিশুৰ নীমলণি, কিশোৰ নীলমণি, বৃদ্ধ-সকলৰ নীলমণি, সমাজ সেৱাত নীলমণি, ৰাজনীতিত নীলমণি, শিক্ষা প্ৰচাৰত নীলমণি, সাহিত্য ক্ষেত্ৰত নীলমণি আৰু অসমৰ বাহিৰত নীলমণি আদি বহল জীৱনী লিখি প্ৰচাৰ কৰিব পাৰে।

তেখেতৰ যোৰহাটৰ বাসভৱনৰ ওচৰতে কেইজনমান নৰ্মাল স্কুলৰ ছাত্ৰই মেছ কৰি থাকি পঢ়ে। বজাৰ কৰা আৰু বন্ধা-বঢ়া আদি সকলো কামকে ছাত্ৰসকলে নিজেই কৰে। ধোবা-নাপিতৰ লগতো কোনো সম্পৰ্ক নাই। ফুকন ডাঙৰীয়াই হ'ল তেওঁলোকৰ অভিভাৱক। তেতিয়া তেখেত 'বাতৰি' নামৰ এখন জনপ্ৰিয় বাতৰি কাকতৰ সাম্পদক। তেখেতৰ আজৰি নাই। প্ৰবন্ধ-পাতি চোৱা, প্ৰুফ চোৱা আৰু চিঠি পত্ৰাদি লিখা সকলো কামকেই তেখেতে নিজে কৰে। তাৰ উপৰিও আছে দেশৰ নানা ঠাইৰ সভা-সমিতিত সভাপতি বা বক্তা হিচাপে উপস্থিত হৈ ভাষণ দিয়া। আজৰি নাই, ৰাতিপুৱাৰে পৰা নিশা বিচনাত পৰালৈকে কেৱল কামহে কাম। তেখেতৰ জীৱনৰ লক্ষ্য হল কেৱল অতীতক সোঁৱৰণ কৰি গৰ্ব কৰি হাত সাৰটি বহি থাকিলেই নহব। অতীতক মধুৰৰো মধুৰ কৰি গঢ়ি তুলিব লাগিব, অৰ্থাৎ বৰ্ত্তমানে মোৰ সন্মুখত যিটো ক্ষণ উপস্থিত হৈছে, সি বৈ নাথাকে, সিও অতীতত পৰিণত হবগৈ, সি হৈয়েই আছে, আমি সিমান মনহে নকৰোঁ। তাকে দহ আৰু দেশ-সেৱাৰদ্বাৰা সৎ কামত খটুৱাব লাগিব। এই খিনিতে লাগিব আত্মজ্ঞান আৰু বিবেক-বিচাৰ। তাৰে এটি ক্ষণো মিছাতে পাৰ হৈ গলে সি হব বিষাদৰ অতীত আৰু সৎ কামত পাৰ হৈ গলে সি হব মধুৰ অতীত। সেয়েহে জ্ঞানী মনীষীসকলে সদায় সতৰ্ক হৈ সৎ কাম কৰি অতীতক মধুৰ অতীত কৰিবলৈ যত্ন কৰে। আমাৰ শ্ৰদ্ধাভাজন ফুকন ডাঙৰীয়াও এই শ্ৰেণীৰ কৰ্মীলোক। এইদৰেই কৰ্ম ব্যস্ত হৈ থকা বাবেই তেখেতে দুৰন্ত ৰিপু কাম, ক্ৰোধ, লোভ, মোহ, আদিক দমন কৰি চিৰকুমাৰ ব্ৰত অৱলম্বন কৰি তাত জয়ী হব পাৰিছে। দেশৰ বহুভাগ লোকেই 'ফুকন ককা' বুলি— মাতিলেও এই বয়সতো আজি তেখেত ডেকা বীৰ। তেখেতৰ গাত মহাপুৰুষ মাধৱদেৱ, জ্ঞানবীৰ স্বামী বিবেকানন্দ আৰু আচাৰ্য বিনোৱা ভাৱেৰ শক্তি থকা যেন লাগে। তেখেতৰ প্ৰভাৱ ওচৰতে মেছ কৰি থকা ছাত্ৰসকলৰ ওপৰতো পৰিছিল। সময় আৰু সুবিধা পালেই তেখেতে সেই ছাত্ৰসকলক লগ ধৰি



শিক্ষা, সাহিত্য, শৃংখলা আৰু কৰ্ত্তব্যজ্ঞানৰ বিষয়ে হিতোপদেশ দিয়ে। তাৰ সোৱাদ এই নিঃকিনেও পাইছিল। চমু কথাত কবলৈ হলে এই অসমখনেই হল তেখেতৰ ঘৰ। অধিবাসীসকল হ'ল পো, জী, নাতি, নাতিনী। অসমৰ উন্নতি-অৱনতি আৰু সুখ-সমৃদ্ধিৰ মাজেৰেই তেখেতে বিশ্ব দৰ্শন লাভ কৰে। তেখেতক ধনৰ কথা সুধিলে ৰগৰ কৰি কয় "মোৰ ধন ক'ত? ধন হবই বা কেনেকৈ? মোৰ নামটিয়েই দেখোন ধনহীনতাৰ চিনাকি দিয়ে!' কাৰণ ইংৰাজী ভাষাত 'নীল' মানে হল নাই আৰু 'মনি' মানে হল ধন। এই শব্দ দুটাৰ আচল অৰ্থই হল ধনহীন। নহয় জানো? ৰাইজেই হ'ল মোৰ ধন, জন সকলো; ৰাইজৰ সুখ শান্তি হলেই মোৰ মনত আনন্দ, তাতেই মই অমৃতৰ সন্ধান পাওঁ।"

আজি-কালি সৰহ ভাগ লোকৰেই মনৰ ভাৱ হ'ল আত্মকেন্দ্ৰিক, কেৱল নিজৰ পেটৰ চিন্তা, ধন আৰু ক্ষমতা লাভৰ বাবেই ব্যস্ত। প্ৰকৃততে লোকৰ কথা বা দেশৰ চিন্তা কৰি সেই মতে কাম কৰা মানুহ খুব কম। সৰহ ভাগ নেতাও হল সেই শ্ৰেণীৰেই লোক; মুখত এক কামত এক। নহলেনো দেশবাসীৰ মাজত আজি ভাত-কাপোৰৰ ইমান হাহাকাৰ হব কিয়? কিন্তু ফুকন ডাঙৰীয়া তাৰ ব্যতিক্ৰম। তেখেতে সদায় "পৰাৰ্থে প্ৰাজ্ঞো উৎসৃজেৎ" এই বাণী সাৰোগত কৰি লোক হিতকৰ সংগঠনমূলক কামত লাগি থাকে। তেখেতে যি সপোন দেখে, সিও দেশ-সেৱাৰেই সপোন।

ফুকন ডাঙৰীয়াৰ বক্তৃতা শুনি মুগ্ধ নোহোৱা মানুহ আমাৰ দেশত নাই। তেখেতে অসমৰ চুকে-কোনে বহু ঠাইত বক্তৃতা দিছে। তেখেতে প্ৰাঞ্জল ভাষাত অনৰ্গল বক্তৃতা দিব পাৰে। তেখেতৰ ভাষণৰ ভিতৰত থাকে বিশেষকৈ সমাজ সংগঠনৰ ইংগিত। তাৰ পৰা শ্ৰোতাসকলে প্ৰেৰণা লাভ কৰে। সেয়েহে তেখেতক দেশবাসীয়ে হৰিষ মনেৰে 'বাগ্মীবৰ' উপাধিৰে বিভূষিত কৰি সন্মান কৰিছে। তেখেতৰ লগত এই নিঃকিনেও বহু সভা সমিতিত উপস্থিত হবলৈ

সুবিধা পাইছিল। তেখেতৰ সকলো ভাষণকেই একত্র কৰি কিতাপৰ আকাৰত প্রকাশ কৰিলে এখন সুবৃহৎ মূল্যবান গ্রন্থ হব। এবাৰ তেখেত সোনাৰাম চৌধুৰী আদি ভদ্রলোকৰ আহ্বান মতে সৰুপেটালৈ আহিল। তাত বিৰাট ৰাজহুৱা সভা এখনত তেখেতে ভাষণ দিলে। সেই ভাষণ শুনি ৰাইজ মুগ্ধ হ'ল। তালৈ মোৰ লগত গৈছিল শিশুপুত্র বৃন্দাবন-বাপধন। সুন্দৰ চেহেৰাৰ এই শিশু দুটিক দেখি তেখেতে সিহঁতৰ নাম দিলে 'ৰাম-লক্ষ্মণ'। আজি-কালিও তেখেতে মোক লগ পালে "তোমাৰ ৰাম-লক্ষ্মণৰ খবৰ কি?" বুলি সোধে। ময়ো কওঁ— "ঈশ্বৰৰ কৃপাত আৰু আপোনালোকৰ আশীর্বাদত সিহঁত আজি ডেকা। বাপধনে বি, এ পাছ কৰি এম, এ দিবলৈ সাজু হৈছে।" এয়ে হ'ল তেখেতৰ দেশৰ শিশু সকলৰ প্রতি থকা মৰম-চেনেহৰ নিদর্শন।

তেখেতে 'ন-জোন" নামৰ এখন ধুনীয়া মাহেকীয়া আলোচনী চলাইছিল। তেখেতে এই আলোচনীখন প্রকাশ কৰাৰ আন এটি কাৰণ আছিল, তাত নতুন লেখকসকলৰ প্রবন্ধ-পাতি প্রকাশ কৰি তেওঁলোকক সাহিত্য-ক্ষেত্রত নামিবলৈ উৎসাহ উদগনি দিয়া। এই কামত তেখেত কিছু কৃতকার্যও হৈছিল। কিন্তু দুর্ভাগ্যৰ বিষয় এই আলোচনীখন কেইটামান সংখ্যা প্রকাশ হোৱাৰ পাছতেই বন্ধ হয়। আজি আমাৰ দেশত সাহিত্যসেৱী বিদ্বান ডেকাৰ অভাৱ নাই। দানশীল লোকো আছে। মাথোঁ উঠি অহা ডেকা বন্ধুসকলে সমবেত হৈ আলোচনা কৰি 'ন জোন" খন পুনৰ প্রকাশ কৰিলে ফুকন— ডাঙৰীয়ায়ো মনত নিশ্চয় অপাৰ আনন্দ লাভ কৰিব। সচাঁ কথা কবলৈ গলে আজি আমাৰ ভাষাত তাহানিৰ 'বাঁহী', 'চেতনা' আৰু 'আৱাহন'ৰ দৰে এখনো জনপ্রিয় মাহেকীয়া আলোচনী নাই। এটা প্রাচীন ভাষাৰ পক্ষে সি জানো অগৌৰৱৰ কথা নহয়? আশাকৰোঁ, আমাৰ স্নেহ ভাজন নতুন পুৰুষসকলৰ যত্নত 'ন-জোনে' পুনর্জীৱন লাভ কৰি আমাৰ সেই অভাৱ দূৰ কৰিব।

অসম সাহিত্য সভাৰ গোলাঘাট অধিবেশনত দেশপ্রাণ লক্ষ্মীধৰ



শর্ম্মা দেৱৰ প্রস্তাৱ আৰু এই লেখকৰ সমর্থনত সুৰমা উপত্যকাত থকা মানভগনীয়া অসমীয়া ভাই-ভনী সকলৰ মাজত অসমীয়া ভাষা প্রচাৰ কৰা বিষয়ে এটি সিদ্ধান্ত গৃহীত হয়। ৰাইজে দয়া কৰি এই নিঃকিনকেই সুৰমা উপত্যকালৈ যাবলৈ ভাৰ দিয়ে। মই তেতিয়া ডেকা পৰমেশ্বৰৰ কৃপা আৰু ৰাইজৰ আশীর্বাদ মূৰত লৈ ময়ো প্রচাৰৰ কামত তালৈ যাবলৈ সাহ কৰিলোঁ। তেতিয়া মোৰ এই ভ্রমণৰ কামত শিক্ষাবিদ শৰৎ চন্দ্র গোস্বামী, শিক্ষাগুৰু হৰিনাৰায়ন দত্ত বৰুৱা সাহিত্যৰত্ন, চন্দ্র নাথ দত্ত ফুকন, দেৱেশ্বৰ চলিহা, দেৱানন্দ ভঁৰালী, কুলধৰ চলিহা, পদ্ম ধৰ চলিহা, চন্দ্রধৰ বৰুৱা, সাহিত্যৰত্ন, ৰাধানাথ ফুকন, হেডমাষ্টৰ জোহিৰুদ্দিন আহমেদ, দেৱেশ্বৰ শর্মা আৰু এই প্রবন্ধৰ নায়ক মাননীয় ফুকন ডাঙৰীয়াই মোক নানা হিতোপদেশ দি উৎসাহিত কৰে। ফুকন ডাঙৰীয়াই মোক এইদৰে উপদেশ দিয়া মনত পৰে— "শ্রীৰামচন্দ্র ৰোৰা, তুমি এই কাম কৰিব পাৰিবা। তাত সভা-সমিতি পাতি বক্তৃতা নিদিবা, মাথোঁ ঠায়ে ঠায়ে সিচঁৰতি হৈ থকা আমাৰ ৰাইজৰ মাজলৈ গৈ তেওঁলোকৰ লগত ঘৰুৱাভাৱে কথা হৈ প্রচাৰহে কৰিবা। সম্ভৱ হলে নামঘৰত নাম গাবা, ল'ৰা-ছোৱালীবিলাকক স্কুললৈ যাবলৈ পৰামর্শ দিবা।" মোৰ ১৯৩০ চনৰ বহাগ বিহুৰ সময়ৰ ভ্রমণৰ বিষয়ে 'অসম সাহিত্য সভাৰ পত্রিকা' আৰু 'আৱাহন'ত প্রবন্ধ প্রকাশ হৈ গৈছে। উল্লেখযোগ্য মোৰ এই প্রচাৰৰ কামত শ্রীযুত উমা কান্ত গোস্বামী আৰু শিলচৰত ৰায় বাহাদুৰ অঘোৰ নাথ অধিকাৰী মহোদয়ে যথোচিত সহায় কৰিছিল। তাৰ ৰাইজক, বিশেষকৈ গড়ৰ ভিতৰ গাওঁ-নিবাসী মাতৃ স্বৰূপা বয়োবৃদ্ধা মহিলা 'দ্রৌপদী জেঠী'ৰ মৰম-চেনেহৰ কথা আজিও মোৰ মনত আছে। এইগৰাকী গুনৱতী মহিলাৰ জীৱনীও প্রকাশ হোৱা ভাল। এই বিষয়ে অসম সাহিত্য সভাৰ কার্য্য-নির্বাহক সমিতিৰ সভ্য শ্রীযুত কুমাৰ মেধিৰ দৃষ্টি আকর্ষণ কৰা হ'ল। তেতিয়া আছিল বহাগ বিহু। মান-ভগনীয়া অসমীয়া গাওঁবিলাক বঙালী বিহু উপলক্ষে আনন্দ মুখৰ হৈ পৰিছে। এটা হুচৰি গোৰা দলৰ লগত

ময়ো প্ৰায় সমস্ত উপত্যকাটো ঘূৰি ফুৰিলোঁ। এই ভাইসকলে বিহুত ঢোল, পেঁপা বজাই হুচৰি গোৱা সমাবোহৰ কথা মই কোনো দিনেই পাহাৰিব নোৱাৰিম। সেয়ে হ'ল জাতীয় ঐক্য মৈত্ৰীৰ নিদৰ্শন। আমাৰ মতে সুৰমা উপত্যকাত থকা সদৌ মান-ভগনীয়া অসমীয়া ভাই-ভনী সকলৰ মাজত এখন 'কলা কৃষ্টি সংৰক্ষিণী সমিতি' পাতি দিব পাৰিলে ভাল হয়। তাকে কৰে কোনে?

ফুকন ডাঙৰীয়া হল বহুমুখী প্ৰতিভাসম্পন্ন গুণী লোক। তেখেতৰ দৰে সু-সন্তানক জন্ম দি তেখেতৰ পিতৃ হৈছে ধন্য, মাতৃ হৈছে প্ৰকৃত পুত্ৰৱতী আৰু দেশ-জননী হৈছে—গৌৰৱান্বিতা। সৎপুত্ৰ কুলৰ চাকি, তেখেতৰ জীৱনত এই বচন সাৰ্থক হৈছে। বিনীত অনুৰোধ—তেখেতে নিজেই এখন সচিত্ৰ বহল জীৱনী লিখি থব লাগে। তাকে কৰিলে সেয়ে হব আমাৰ দেশৰ ভাবী বংশধৰসকলৰ চকুৰ আগত এগছি উজ্জ্বল চাকি। সামৰণিত গোহাঁই বৰুৱা ডাঙৰীয়াৰ ভাষাৰেই কোৱা হওক—

"উপজি আহোঁতে তুমি, তুমিহে কান্দিলা,
সকলোৰে আনন্দত হ'ল মহা মেলা
এতেকে এতিয়া তুমি চলা এনেদৰে,
হাঁহি হাঁহি যাবা যাতে
সবে কান্দি মৰে।"

ফুকন ডাঙৰীয়ায়ো হয়তো এদিন জননীৰ সুখ-সমৃদ্ধি দেখি হাঁহি হাঁহি এই নশ্বৰ দেহটি এৰি গুচি যাব। সেয়ে হল বিধিৰ বিধান। হে করুণাময় প্ৰভু, সেই দিনটো যেন বহু দিন পাছতহে আনা।

তেখেতৰ মহান ব্যক্তিত্বলৈ সেৱা জনালোঁ।

# মোৰ দৃষ্টিত নীলমণি ফুকন

—শ্ৰীৰাধানাথ হাজৰিকা

মানুহ আশাধাৰী প্ৰাণী। আশাতেই মানুহ জীয়াই আছে। ফুকন ডাঙৰীয়াই এশ বছৰ জীয়াই থাকি তেওঁৰ জীৱিত কালতে নিজৰ জন্ম শত বাৰ্ষিকী পাতি দেখাৰ বৰ আশা কৰিছিল। কিন্তু সময়ে সেই আশা পূৰণ কৰিবলৈ নিদিলে। প্ৰায় চাৰিকুৰি ওঠৰ বছৰ হওঁতেই তেওঁৰ জীৱন-নাটৰ সামৰণি পৰিল।

দীঘলীয়া দিন জীয়াই থাকিলেই মানুহৰ জীৱনৰ মূল্য নাবাঢ়ে। ফুকন ডাঙৰীয়াৰ এই চাৰিকুৰি ওঠৰ বছৰ চাৰি ভাগত ভগাব পাৰি। কলেজীয়া জীৱন সামৰি তেওঁ শিক্ষক হিচাপে কৰ্ম-জীৱন আৰম্ভ কৰিলে। ডিব্ৰুগড়ৰ 'জৰ্জ ইনষ্টিটিউত' গঢ়ি তুলি প্ৰধান শিক্ষক হিচাপে তেওঁ বহু বছৰ কটালে। শিক্ষা প্ৰচাৰেই তেতিয়া তেওঁৰ জীৱনৰ ব্ৰত আছিল। সংসাৰৰ মেৰপাকত নোসোমাই একান-পতীয়াকৈ স্কুলঘৰ সজাৰপৰা ল'ৰাক পঢ়ুৱা কামতে ফুকনে মন পুতি লাগিছিল। গোবিন্দ চন্দ্ৰ বেজবৰুৱা, উপেন্দ্ৰ নাথ বৰুৱা আদিৰ আৰ্হি লৈয়ে কলেজীয়া শিক্ষাৰ অন্তত ফুকনে জীৱনৰ প্ৰথম ছোৱা আৰম্ভ কৰিলে। শিক্ষক হিচাপে ফুকনৰ সুনাম আছিল।

শিক্ষাদান কৰি থাকোতেই ফুকনৰ মন পাৰ্থিৱ সুখ, সন্মান, সুখ্যাতি আৰু সম্পত্তিৰ ফালে ঢাল খালে। 'নীলমণি' চাহ বাগিচাৰ স্বত্বাধিকাৰী আৰু বৃটিছ যুগৰ ব্যৱস্থাপক সদস্য ফুকন সলনি হ'ল। সেই কাল ছোৱাত ফুকন ক্ষমতা-প্ৰয়াসী, অৰ্থ-অভিলাষী আৰু আত্মকেন্দ্ৰী হ'ল। ইংৰাজী পোচাক পিন্ধা আৰু ইংৰাজৰদৰে ফুৰা-চকা কৰা ফুকনৰ আশা আছিল—তেতিয়াৰ ব্যৱস্থাপক সভাৰ মন্ত্ৰী-মণ্ডলীৰ ভিতৰত তেওঁ এজন হ'ব। সেই আশাও ফুকনৰ পূৰণ নহ'ল। তেওঁৰ মনে খনা পুখুৰীত পানী নোলাল। শিক্ষা দান

এৰি চাহবাগিচাৰ মালিক হৈ অসমীয়া ইংৰাজহে হ'ল; কিন্তু মনৰ আশা মতেই মাৰ গ'ল।

'নীলমণি' বাগিচা মাৰোৱাৰীৰ হাতলৈ যোৱাত 'বাতৰি'ৰ সম্পাদক হৈ বাতৰি প্ৰচাৰ কাৰ্যত ফুকন ডাঙৰীয়া নামিল। ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা 'বাতৰি'ৰ স্বত্বাধিকাৰী আছিল। যোৰহাটৰ 'দাছ এণ্ড কোম্পানী'ত 'বাতৰি' ছপা হোৱাত ফুকন ডাঙৰীয়ায়ো ডিব্ৰুগড়ৰ ভেটি এৰি ৰায়বাহাদুৰ বৰুৱাৰ যোৰহাটৰ ঘৰতে অকলসৰীয়া-ভাৱে আছিল। প্ৰথম অসমীয়া 'দৈনিক বাতৰি'ৰো ফুকন ডাঙৰীয়াই সম্পাদক আছিল। বাগিচা যোৱাৰ পাছত ধনৰ আশা এৰি ফুকন ডাঙৰীয়াই যশস্যা বিচৰাত লাগিল। ১৯২০ চনৰপৰা ১৯৪০ চনলৈকে ফুকন ডাঙৰীয়া দেশৰ স্বাধীনতা আন্দোলনৰ পৰা বহুত দূৰত আছিল। ১৯৩৪ চনৰ গান্ধীজীৰ অস্পৃশ্যতা বৰ্জন আন্দোলনৰো তেওঁ বিৰোধী আছিল। ১৯৩৬ চনৰ 'বাতৰি'ৰ সম্পাদকীয় প্ৰবন্ধাদিয়েই ইয়াৰ প্ৰমাণ।

১৯৪০ চনৰ সত্যাগ্ৰহত ফুকন ডাঙৰীয়াই ব্যক্তি-সত্যাগ্ৰহ কৰি কাৰাবৰণ কৰিলে। ১৯৪০ চনৰপৰা ধনৰ আৰু মানৰ আশা এৰি দেশ-সেৱাত ফুকন ডাঙৰীয়াই মন দিলে। ১৯৪২ চনৰ গণ আন্দোলনত যোগ দি কাৰাবাস খাটি ফুকন ডাঙৰীয়াই দেশ সেৱাত গা ঢালি দিলে। ১৯৫০ চনৰ নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে নিৰ্বাচিত হৈ ফুকন ডাঙৰীয়া অসম ব্যৱস্থাপক সভাৰ সভ্য হ'ল। মন্ত্ৰী হোৱা পুৰণি ভাবটোৱে ফুকন ডাঙৰীয়াৰ মনত আকৌ ভুমুকি মাৰি টলকা মাৰিলে। অসম সংৰক্ষিণী সভাৰপৰা ফুকন ডাঙৰীয়া 'কংগ্ৰেছ' পন্থী হল।

অসমীয়া সাহিত্যত ফুকন ডাঙৰীয়াৰ সুখ্যাতি থকা বাবে ফুকন দুবাৰো অসম সাহিত্য সভাৰ সভাপতি হৈছিল। বাকপটুতা থকা বাবেই ফুকন ডাঙৰীয়াক মানুহে বাগ্মীবৰ ফুকন বুলিছিল। হিন্দী ৰাষ্ট্ৰ ভাষা সমিতিৰো ফুকন ডাঙৰীয়া এজন সক্ৰিয় সভ্য আছিল।



ডেকা অসমে ফুকন ডাঙৰীয়াক 'ককা' সম্বোধন কৰি বৰ আনন্দ পাইছিল। ১৯৭৩ চনৰ ত্ৰিছ চেপ্টেম্বৰ তাৰিখে ফুকন ডাঙৰীয়াক সাহিত্য একাডেমিয়ে ফেল'শ্বিপ প্ৰদান কৰে।

ফুকন ডাঙৰীয়াৰ দেহতহে বাৰ্ধক্যজনিত দোষে স্পৰ্শ কৰিছিল; মানসিক শক্তি তেওঁৰ সদায়ে সেউজীয়া হৈ আছিল। তেওঁৰ কৰ্মপ্ৰেৰণা অফুৰন্ত আছিল। বিনোৱাজীৰ সংস্পৰ্শত ১৯৬১ চনত 'ভূ-দান যজ্ঞৰ' পদ-যাত্ৰাত ফুকন ডাঙৰীয়াই বুঢ়া বয়সতো সহযোগ কৰিছিল। ফুকন ডাঙৰীয়াৰ কৰ্মপ্ৰেৰণা অফুৰন্ত আছিল। অনাসক্ত ভাৱে ফুকন ডাঙৰীয়াই জনহিতকৰ কামত আত্মনিয়োগ কৰিছিল। অসমৰ বুঢ়া-ডেকা, গাভৰু আৰু ল'ৰা-ছোৱালীকে ফুকন ডাঙৰীয়াই নিজৰ আপোনজন কৰি লৈছিল। দেশখনেই তেওঁৰ ঘৰ আছিল। কুটীৰ বাসী আশ্ৰমীৰ দৰে তেওঁ গোটেই জীৱন অতিবাহিত কৰিলে। "কুটীৰা মে মহল কী আৰাম"—এয়ে ফুকন ডাঙৰীয়াৰ জীৱনৰ শান্তি-বাণী। ভূ-স্বত্বাধিকাৰীসকলে ফুকন থকা ঘৰটো আৰু ভেটিটো ৰাজহুৱা অনুষ্ঠান এটাক দান দিলে—ফুকন ডাঙৰীয়াৰ বাসস্থান সকলো ধৰ্মৰ লোকৰ কাৰণে স্থায়ী হ'ব আৰু ফুকন ডাঙৰীয়াৰ স্মৃতিও যাউতি যুগীয়া হৈ ৰব বুলি আমাৰ আশা।

চিৰং জীৱতু বাগ্মীবৰ
নীলমণি ফুকন।

# চেলুলয়ডত ককা নীলমণি ফুকন

—শ্ৰীমাইছকুৰ্নী বৰা

মৃত্যুৰ পাছত মৃতকক লৈ নানান হৈ চৈ কৰা হয়। কিন্তু জীৱন কালত গুণীজনাৰ গুণৰ উচিত মৰ্যাদা আমি আজিও দিব পৰা নাই। অৱশ্যে কৰবাত কেতিয়াবা ব্যতিক্ৰম থাকিলেও এয়েই নিয়ম হৈ পৰিছে। সেয়েহে বোধহয় আজি কিছু বছৰৰপৰা কোনো গুণী ব্যক্তিৰ পৰলোক হ'লে কাগজে-পত্ৰয় এই আক্ষেপ শুনা যায়। হয়তো আমিও তেনে আক্ষেপ নকৰাকৈ থকা নাই। এই আক্ষেপেই ককা বাগ্মীৰৰ নীলমণি ফুকন দেৱক লৈ জীৱিত অৱস্থাত এখন তথ্যচিত্ৰ নিৰ্মান কৰাৰ চিন্তা আৰু প্ৰেৰণাৰ উৎস।

আমাৰ চিন্তাৰ উৎসক আৰু অলপ উৎসাহিত কৰিলে সাহিত্য একাডেমীয়ে ককাক ফেল'শ্বিপ প্ৰদান কৰি। ককা অসমৰ প্ৰথম ফেল' হ'ল, আৰু ভাৰতবৰ্ষৰ ষষ্ঠদশ জন।

১৯৭৩ চনৰ চেপ্টেম্বৰ মাহৰ এটা আবেলি আমি ককাৰ পৰা অনুমতি লবলৈ তেখেতৰ বাসভৱনলৈ গৈছিলোঁ। দূৰৰপৰাই আমি লক্ষ্য কৰিছিলোঁ এজাক ডেকা ল'ৰাৰ সৈতে ককাই কথা পাতি আছে। কথা ঠিক নহয়, ককাই গালিহে পাৰিছে। ক্ৰমান্বয়ে ওচৰ চাপি যোৱাৰ লগে লগে ককাৰ গালিবোৰ আমাৰ কাণত থহৰ থহৰকৈ পৰিছে। ওচৰ পাই দেখিলোঁ ডেকাইঁতে ধৰি অনা চোৰাং বেপাৰীজনক ককাই ডবিয়াইছে। মাজে মাজে খণ্ডত লাঠীডাল লৈ দুই এচাত কোবো দিছে বহি বহি। আমিও বহিলোঁগৈ। ককাই তেখেতৰ আদালত শেষ কৰিলে।

খঙাল ককা শান্ত হ'ল। আমাৰ উদ্দেশ্যৰ কথা শুনাৰ পাছত কিছুপৰ তলমূৰকৈ তলকা মাৰিলে। তাৰ পাছত মূৰ তুলি হাঁহি এটা মাৰি কলে, "ভেকুলীৰ পিঠিত নোম গজাব খুজিছা যেতিয়া কৰাঁ।



মোৰনো আপত্তি কি? বৰং আনন্দহে পাইছোঁ।" ভেকুলীৰ পিঠিত নোম গজোৱা ধৰণৰ নম্ৰতা ভৰা কথাতকৈ তেখেতৰ চকুৱে মুখে ফুটি উঠা স্বতঃস্ফূৰ্ত আনন্দখিনি মুখেৰেও খোলাখুলিভাৱে প্ৰকাশ কৰি দিয়াৰ বাবে আমাৰ ভাল লাগিল।

"ভেকুলীৰ পিঠিত নোম গজোৱাৰ" অৰ্থাৎ জীৱন কালতে সাধুকথাৰ নায়ক হোৱা ককাৰ ওপৰত তথ্যচিত্ৰ নিৰ্মাণ কৰাৰ প্ৰস্তুতি চলিল। আমি 'ব্ৰহ্মপুত্ৰ ফিল্‌ছ্' নামাকৰণেৰে এটি সৰু চিত্ৰ প্ৰতিষ্ঠান খুলিলোঁ। আমাৰ এই অনুষ্ঠানত আছিল সৰ্বশ্ৰী চৈয়দ আব্দুল মালিক, অধ্যাপিকা মিনতি হাজৰিকা, অধ্যাপিকা ইউ, কে, ৰহমান, প্ৰাঞ্জল শইকীয়া, তশ্ৰীফ জামান আহমেদ, ৰুস্তম বৰা আৰু এই লেখক।

১৯৭৪ চনৰ সোতৰ জানুৱাৰী। অসম চৰকাৰৰ 'জ্যোতি চিত্ৰবন ষ্টুডিঅ'ৰ মজিয়াত ককা নীলমণি ফুকন তথ্যচিত্ৰৰ শুভ মহৰত অনুষ্ঠান উদযাপন কৰা হয়। এই কথা ইয়াতে উল্লেখ কৰি থব পাৰি যে আমাৰ ব্ৰহ্মপুত্ৰ ফিল্‌ছে জ্যোতি চিত্ৰবন ষ্টুডিঅ'ৰ মজিয়া প্ৰথমে ভাৰা লৈ ব্যৱহাৰ কৰাৰ সুযোগ লাভ কৰিছিল। অৰ্থাৎ নীলমণি ককায়েই জ্যোতি চিত্ৰবন ষ্টুডিঅ'ৰ মজিয়াত প্ৰথম অভিনয় কৰিছিল।

মহৰত দৃশ্য গ্ৰহণৰ সময় আহি উপস্থিত। আমাৰ মন নানান ভাবেৰে সানমিহলি। আগদিনাই যোৰহাটৰপৰা সুদীৰ্ঘ বাট অতিক্ৰম কৰি চৌৰানব্বৈ বছৰীয়া ককা (সেই সময়ত) আহি গুৱাহাটীত উপস্থিত হৈছিলহি। "সময়ৰ টিকনিডাল আগফালে" বুলি লিখা ককা ফুকন দেৱৰ ওচৰত সময়ৰ মূল্য অসীম। জানুৱাৰী মাহৰ জাৰেও চৌৰানব্বৈ বছৰীয়া ককাক সময়ৰ কাঁটাৰপৰা ইফাল-সিফাল কৰিব পৰা নাছিল। আগদিনাই সাজু কৰি ৰখা পোছাকটো পিন্ধি যেতিয়া ককা ষ্টুডিঅ'ৰ মজিয়াত থিয় হল আৰু দৃশ্য গ্ৰহণৰ আগতে মোক সুধিলে "এতিয়া মই কি কৰিব লাগিব", তেতিয়া অসমৰ নহয় ভাৰতৰে ককা হৈ পৰা এই ভীষ্ম পুৰুষজনাক তথ্য চিত্ৰখনৰ পৰিচালক হিচাপে কি বুলি



নিৰ্দেশ দিম, ভাবি অলপ দৰক খাইছিলোঁ। কিন্তু লগে লগে ককাৰ চকুৰে মুখে বিৰিঙি উঠা উৎকণ্ঠাই মোক নিজ কৰ্তব্যৰ কথা সোঁৱৰাই দিলে।

ককাক মই দৃশ্যটো বিবৰি কলোঁ। দৃশ্যটো এনে আছিল— "এখন সাংস্কৃতিক সন্ধিয়া উপভোগ কৰি ককা ওলাই আহিছে। এজন শিল্পীয়ে ককাক আগবঢ়াই আনি গাড়ীত তুলি দিব। ককাই শিল্পী-জনাক আশীৰ্বাদ কৰিব। তেখেতেও একান্ত বাধ্য ছাত্ৰৰ দৰে মনো-যোগেৰে শুনি কলে, "বাৰু বুজিলোঁ, মোৰ সংলাপ কি হব ?" এই প্ৰশ্নৰ বাবে মই সাজু নাছিলোঁ। যদিও উপস্থিত বুদ্ধিৰে কলো, ককা আপোনাৰ কব লগাখিনি চুটিকৈ নিজেই কৈ যাওক। ককা প্ৰসন্ন হ'ল। শিল্পীজনাৰ ভাও দিবলৈ আগবাঢ়ি আহিল অসমীয়া কথাছবি জগতৰ চিনাকি শিল্পী বিজয় শঙ্কৰ।

"Start Sound"—"Camera"—"Action" ককাই action দি আৰম্ভ কৰিলে। অকণমানো nervous নকৰাকৈ ককাই সকলো কৰি গৈছে। যেতিয়াই তেখেতে সংলাপ অৰ্থাৎ আশীৰ্বাদ দিবলৈ আৰম্ভ কৰিলে, তেতিয়াহে আচল কাণ্ডটো ঘটিল। দীঘল বক্তৃতা দিয়া বাগ্মীৰৰ ককাই বিজয়শঙ্কৰক আশীৰ্বাদ দিবলৈ আৰম্ভ কৰি সমগ্ৰ অসমৰ শিল্পী-সাহিত্যিকক আশীৰ্বাদ দিছে। অন্ত নাই। ইফালে ককাৰ অভিনয় চাবলৈ আমন্ত্ৰিত ব্যক্তি সকলে জুমুৰি দি ধৰিছে। অসমীয়া কথাছবি জগতৰ কেবাজনো তাৰকা আৰু মন্ত্ৰী সেইদিনা উপস্থিত। আমি ভাবিছিলোঁ সেই shot-ৰ বাবে এশ ফুটমান expose কৰিম। কেমেৰামেন ইন্দুকল্প হাজৰিকা আৰু sound recordist পীযূষকান্তি ৰয় দুয়ো ৰৈ আছে আমাৰ মুখৰপৰা 'cut-it' শব্দটো শুনিবৰ বাবে। ইফালে ভীষ্মপুৰুষ নীলমণি ককাই Camera ৰ সন্মুখত action দি সংলাপ কৈ থকা মুহূৰ্তৰ মাজতে ডাইৰেক্টৰী মেজাজেৰে 'Cut-it' বুলি কবলৈ মোৰ সাহস হোৱা নাই। ককাই অনৰ্গল আশীৰ্বাদ দিয়েই আছে। Camera চলিয়েই আছে। Sound machine চলিয়েই



আছে। তাৰ পাছত পাঁচ শ ফুটৰ মেগাজিন run-out কৰি ইন্দু-কল্পই কেমেৰাৰ চুইছ্ অফ্ কৰি মিছাকৈয়ে কেমেৰাত চকু থৈ কেমেৰা চলাই থকাৰ ভাও জুৰি থাকিল। এপাকত জানিবা বিজয়শঙ্কৰে ছেগ বুজি ককাক আকৌ এবাৰ প্ৰণাম কৰি গাড়ীত বহুৱাই দিলে। ময়ো উশাহ সলাই cut-it বুলি চিঞৰি উঠিলোঁ। মোৰ শুকাই যোৱা কণ্ঠৰ মাজেদি ওলাই অহা cut-it শব্দটি আনে বুজিলেনে নুবুজিলে, মই আজিও নুবুজিলোঁ॥

সেইদিনা বহুৰাতিলৈ মোৰ টোপনি ধৰা নাছিল। নানান চিন্তাই মোৰ মন অস্থিৰ কৰি তুলিছিল। মহুৰত দৃশ্যৰ এই সৰু ঘটনাৰ পৰায়েই মোৰ বুজিবলৈ বাকী নাথাকিল যে, এই পদ্ধতিৰে কাম আগ বাঢ়িলে বাজেট অতিক্ৰম কৰি খৰছ বহুদূৰ পাবগৈ। ইফালে হাতত টকা পইছা কম। (চৰকাৰৰপৰা পোৱা দহ হাজাৰ টকাৰ অনুদান ছুটিং শেষ হোৱাৰ তিনিমাহৰ পাছতহে পোৱা হৈছিল)। অভাৱেই আৱিষ্কাৰৰ মূল কথাষাৰৰ দৰে আমাৰ মস্তিষ্কলৈ কিছুমান বুদ্ধি আহিছিল। সেইমতে আমি ককাক ছুটিং কৰি গৈছিলোঁ।

ককা এজন সাহিত্যিক, সাংবাদিক, শিক্ষাবিদ, ৰাজনীতিজ্ঞ, এজন সুবক্তা আছিল বুলি সকলোৰে জানে। পিছে তেখেতৰ সান্নিধ্যলৈ আহি আমি তেখেতৰ প্ৰতিভাৰ আৰু এটি সুপ্ত হৈ থকা দিশ উপলব্ধি কৰি ককাক এদিন কলোঁ—"ককা আপুনি অভিনয় জগতলৈ অহাহলে খুউব নাম কৰিব পাৰিলেহেঁতেন।" চেবেঙ্কৈ কক'ৰ যেন কিবা এটা মনত পৰি গ'ল। তাৰ পাছত প্ৰায় উত্তেজিতভাৱে মোক কলে, "এনেকৈ এবাৰ জ্যোতিপ্ৰসাদেও তেওঁৰ জয়মতী চলচিত্ৰ কৰিবৰ সময়ত মোক কৈছিল। সেই ছবিত মোক এটা ভাও দিবও খুজিছিল। মই পিছে মান্তি নহলোঁ। তেতিয়া voice টোৰ কাৰণেই নেকি কিছুমান সংলাপ আৰু কিছু commentary ৰ নিচিনা কথা তেওঁ record কৰি লৈ গৈছিল। পাছত অৱশ্যে চিনেমাখন চাওঁতে মোৰ মাতটো মই নুশুনিলোঁ। কি কৰিলে, জানো!" 'জয়মতী' ছবিত sound recording

একেবাৰে বেয়া হোৱাৰ বাবে জ্যোতি প্ৰসাদ আগৰৱালা দেৱৰ সুদূৰ লাহোৰত কি বিলৈ হৈছিল, এই কথা ককাক কলোঁ।

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা, নটসূৰ্য ফনী শৰ্মা দেৱৰ গুণ গৰিমাৰ কথা ককাই সততে স্মৰণ কৰে। ডঃ ভূপেন হাজৰিকাৰ গীত ককাৰ বৰ প্ৰিয়। কেতিয়াবা ধেমালিতে ককাই তেখেতক যুৱক-যুৱতী সকলৰ দৰে ভূপেনদা বুলি মাতি জোকায়। সেয়েহে আমাৰ তথ্য চিত্ৰখনিত আমি ভূপেন হাজৰিকাৰ গীত ককাই তন্ময় হৈ শুনি থকা দৃশ্যৰ অৱতাৰনা কৰিছিলোঁ।

প্ৰাক্তন ৰাষ্ট্ৰপতি ৺ফখৰুদ্দিন আলি আহমদ চাহাবৰ সৈতে ককাৰ সম্পৰ্ক বৰ মধুৰ আছিল। সেয়েহে হয়তো আমাৰ তথ্য চিত্ৰ খনিৰ প্ৰদৰ্শন স্বয়ং ৰাষ্ট্ৰপতিয়ে নিজে আগ্ৰহেৰে তেখেতৰ ৰাষ্ট্ৰপতি ভৱনত আনুষ্ঠানিকভাৱে উদ্বোধন কৰিছিল। সেইদিনা তেখেতে অসমৰ তথা ভাৰতবৰ্ষৰ বিশিষ্ট ব্যক্তিসকলক নিমন্ত্ৰণ কৰাৰ উপৰিও বিদেশৰ ৰাষ্ট্ৰদূত দুগৰাকীক আমন্ত্ৰণ কৰিছিল। সেইদিনা ককাও উপস্থিত আছিল। সেইদিনা আছিল ১৯৭৫ চনৰ ২৩ মাৰ্চৰ সন্ধিয়া।

সেই সময়তে জয়প্ৰকাশ নাৰায়ণৰ গণতান্ত্ৰিক বিপ্লৱৰ ঢৌৱে ভাৰতবৰ্ষ ঢৌৱাই তুলিছিল। ককাই জয়প্ৰকাশ নাৰায়ণৰ বিপ্লৱক নৈতিক বিপ্লৱ বুলি আখ্যা দিছিল। এদিন কথা-প্ৰসঙ্গত ককাক সুধিছিলোঁ।—'Political power comes out through the barrel of the gun'—এই উক্তি আমাৰ ভাৰতবৰ্ষৰ ক্ষেত্ৰত প্ৰযোজ্যনে?" গান্ধীদৰ্শনত উদ্বুদ্ধ ককাই তপৰাই কৈ পেলাইছিল "বতৰ চাইহে কঠীয়া পেলাবা বুলি অসমীয়াত কথা এষাৰ আছে। ভাৰতবৰ্ষৰ বৰ্ত্তমান ৰাজনৈতিক বতৰত বন্দুকৰ প্ৰয়োজন নাই; গণ-তান্ত্ৰিক বিপ্লৱেৰেই হ'ব" তাৰ পাছত মোলৈ এবাৰ গভীৰভাৱে চাই কলে—"সম্পূৰ্ণ সমাজবাদ আনিবলৈ তোমালোক কেবাচামে চেষ্টা কৰিব লাগিব।" সুযোগ পাই মই সুধিলোঁ। "ককা, বুলে-টেৰে নে বেলটৰে?" ক্ষন্তেক তলকা মাৰি আকৌ সেই গভীৰ



চাৱনিৰে মোলৈ চাই কলে, "নতুন যুগৰ নতুন মানুহে এই কথা নিজেই বিবেচনা কৰিব।" ককাৰ জীৱনালেখ্য চেলুলয়ডত ধৰি ৰাখি-বলৈ যাওঁতে অনেক সময়ত ককাৰ নিবিড় সান্নিধ্য লাভ কৰিছিলোঁ। সময়ৰ এচুলিমান ইফাল-সিফাল হলেই ককাৰ খঙে মূৰৰ চুলিৰ আগ পায়গৈ। আৰু সময়মতে ভালকৈ কাম চলি থকা দেখিলেই ককা প্ৰসন্ন মুখে থাকে। তেতিয়া আৰম্ভ কৰে মিঠা গালি।

এদিন ককাক কলোঁ, "ককা আপুনি কবিতা লিখি থকাৰ মুডত এটা শ্বট্ ল'ম।" ককাই সুধিলে, "মুড নাহিলে, সেই মুডত লবা কেনেকৈ? আৰু মুডটো আহ্ বুলিলেই আহিব আৰু যা বুলিলেই যাব এনেকুৱা বস্তুনে?" মই কলোঁ—"ঠিক আছে ককা, আপুনি খিড়িকীৰে দূৰলৈ চাই কিবা লিখি থাকিব; বাকীখিনি মই কৰিম।" ককাই আকৌ হাঁহি হাঁহি কলে,—"চোৱা, মোৰ মনত মেঘ, বৰষুণ এইবোৰকলৈ কবিতা এটা লিখাৰ ভাব মাজে মাজে হয়। কিন্তু এই ফেব্ৰুৱাৰী মাহত মেঘ ক'ত পাবা, বৰষুণ ক'ত পাবা?"

মই সেইদিনাই ফায়াৰ ব্ৰিগেডৰ লগত যোগা-যোগ কৰি ঠিক কৰিলোঁ। পাছদিনা গৈ ককাৰ শ্বট্ লবৰ বাবে সকলো ঠিক। লাইট দি থৈ দিছোঁ। কেমেৰা চলোৱাৰ ভাৰত হাজৰিকা। ইতিমধ্যে ফায়াৰ ব্ৰিগেডৰ গাড়ী আগতেই হাজিৰ। তেওঁলোকে ককাৰ ঘৰৰ ছালত বৰষুণৰ শব্দ কৰি পানী ঢালিবলৈ ললে। অলপ সময়ৰ পাছত ককাই সঁচাকৈয়ে তন্ময় হৈ কিবা লিখিবলৈ ল'লে। আমাৰ কাম হৈ গল।

পাছত যেতিয়া ককাই তেখেতৰ ৰন্ধা-বঢ়া কৰা ল'ৰাটোৰ পৰা গম পালে যে আগদিনাৰ বৰষুণ সঁচা নাছিল,—মোক লগ পাই প্ৰথম গালি আৰম্ভ কৰিলে, "তোমালোক এই ফিল্ম্ৱালাবোৰৰ চব ফাঁকি।"

ককাৰ ঘৰটোৰ শ্যুটিং লওঁতে মকৰাজাল গুচাই ঠিক-ঠাক কৰি লৈছিলোঁ। পাছত ছবিত ঘৰটো দেখি ককাই কৈছিল,— "হেৰ, মোৰ ফাপৰে ধৰা ঘৰটো এনেকুৱা হলনে ? তহঁতে এই ফিল্মৱালা-বোৰে মৰাকো জীয়াই দেখুৱাৰ, জীয়াকো মৰা দেখুৱাৰ।"



কাকাচাহেব কালেলকাৰৰ লগত গৰ্কী ভৱনত গৰ্কী পৰিয়ালৰ সৈতে 'ককা'

# ককা নীলমণি ফুকন আৰু অসম সাহিত্য সভা

## আব্দুছ ছাত্তাৰ

প্ৰবন্ধৰ এই নামকৰণেৰে আমি দুটা বিষয় এটা কৰিবৰ প্ৰচেষ্টা কৰি প্ৰবন্ধ লিখাত হাত দিয়া নাই। প্ৰবন্ধটোৰ মূল উদ্দেশ্য হৈছে ককা নীলমণি ফুকন অসম সাহিত্য সভাৰ লগত কেনে সম্বন্ধেৰে জড়িত আছিল, সভাৰ কাৰণে তেওঁ কি কৰিছিল, সভালৈ তেওঁৰ অৱদান কি, অসম সাহিত্য সভাৰ সভাপতিৰূপে ক'ত কিমান আৱশ্যকীয় দিহা-পৰামৰ্শ তেওঁ দিলে—এনেবোৰ কথাৰ ভিত্তিত এটি চমু পৰ্যালোচনা দাঙি ধৰা।

১৯৭৭ চনৰ ২৬।২৭ ডিচেম্বৰত কেন্দ্ৰীয়ভাৱে যোৰহাটত অসম সাহিত্য সভাৰ হীৰক জয়ন্তী মহাপয়োভৱেৰে উদ্‌যাপিত হয়। ২৭ ডিচেম্বৰৰ ৰাজহুৱা সভাত যোৰহাট জিলা পুথিভঁৰাল প্ৰেক্ষা-গৃহত ককা নীলমণি ফুকনদেৱক ১৯১৭ চনত শিৱসাগৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ পোন প্ৰথম অধিৱেশনৰ কাৰ্যনিৰ্বাহক সমিতিৰ একমাত্ৰ জীৱিত সদস্যৰূপে সম্বৰ্দ্ধনা জনোৱা হয়। গতিকে প্ৰথম প্ৰয়াসতে দেখোঁ যে ককা ফুকন অসম সাহিত্য সভাৰ জন্ম লগ্নতে অনুষ্ঠানটোৰ লগত বিশেষভাৱে জড়িত হয়। তেতিয়াৰ কাৰ্য্যনিৰ্বাহকত ডিব্ৰুগড়ৰপৰা দুজন সদস্য দিয়া হৈছিল—এজন আছিল নীলমণি ফুকন আৰু আনজন আছিল জ্ঞান-মালিনীৰ কবি মফিজুদ্দিন আহমদ হাজৰিকা।

হীৰক জয়ন্তীৰ ৰাজহুৱা সভাৰ সম্বৰ্দ্ধনাৰ উত্তৰত দিয়া ভাষণেই আছিল অসম সাহিত্য সভাৰ অনুষ্ঠানত দিয়া ফুকনৰ শেষ ভাষণ। দেখাসকলৰ নিশ্চয় মনত পৰিব ফুকনক কেনেকৈ দাং-দোলা কৰি মঞ্চলৈ তুলি নিয়া হৈছিল, অথচ সেইজন পুৰুষেই গুৰু-গম্ভীৰ শব্দেৰে ৰাইজক সম্বোধন কৰি ভাষণ দিছিল। সেই দিনাৰপৰা মাত্ৰ ২৫



দিনৰ পাছতে ১৯৭৮ চনৰ ২১ জানুৱাৰী তাৰিখে এইগৰাকী সিংহপুৰুষে নশ্বৰদেহা ত্যাগ কৰে।

অসম সাহিত্য সভাৰ ঊনবিংশ অধিৱেশন শিৱসাগৰত হয়—১৯৪৪ চনৰ অক্টোবৰত, আৰু এই অধিৱেশনতে ককা নীলমণি ফুকন প্ৰথম বাৰৰ বাবে সভাৰ প্ৰকৃতাৰ্থত সভাপতি হয়। এই অধিৱেশনতে সভাৰ পূৰ্বৰ নাম সলনি কৰি 'অসম সাহিত্য সভা' আৰু ইংৰাজীত 'Asam Sahitya Sabha' বুলি স্থিৰ কৰা হয়।

এই অধিৱেশনৰ আগলৈকে বিশেষ এটা মন কৰিব লগীয়া কথা আছিল যে সভাপতিসকল কেৱল সভা হৈ থকা দিনকেইটাতহে সভাপতি হৈ আছিল ; কিন্তু এই অধিৱেশনৰপৰা সভাত সভাপতিত্ব কৰাৰপৰা পুনৰ সভা অনুষ্ঠিত নোহোৱালৈকে এবছৰৰ কাৰণে সভাপতিৰ ম্যাদ বঢ়াই দিয়া হৈছিল। অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা ডাঙৰীয়াই 'অসম সাহিত্য সভা'ৰ ৰূপলেখাত যথাৰ্থতে কৈছে—"শিৱসাগৰৰ এই অধিৱেশনৰপৰা সভাপতি-বিসৰ্জনৰ নিয়মটো গুচিল। পাছৰ বছৰটোৰ কাৰণেও সভাপতিৰ কাৰ্যকাল অব্যাহত ৰখা হ'ল। এই দিশৰপৰা চালে বাগ্মীবৰ শ্ৰীনীলমণি ফুকনেই হল অসম সাহিত্য সভাৰ নামে-কামে প্ৰথম বাৰমহীয়া সভাপতি। তেতিয়াৰপৰা সভা-পতিয়েই হ'ল প্ৰধান সম্পাদকৰ সলনি মুখ্য প্ৰশাসক বিষয়া।"

বাগ্মীবৰ নীলমণি ফুকন যি বছৰ সভাপতি নিৰ্বাচিত হ'ল সেই বছৰ তেওঁৰ লগত প্ৰধান সম্পাদকৰ বাবে নিৰ্বাচন কৰা হ'ল—অসমৰ প্ৰথিতযশা সাহিত্য সমালোচক আৰু কবি ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াক। এইটো কথা স্পষ্টভাৱে কব পাৰি যে শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াই প্ৰধান সম্পাদকৰ বাবৰপৰা যোৱাৰ পাছত ক্ৰমান্বয়ে সভাৰ অৱস্থা বেয়াৰফালে ঢাল খালে। বিশেষকৈ ১৯৩৭ চনৰ সভাৰ অৱস্থা অতি বেয়া হৈ আছিল। "দুৰ্বল প্ৰশাসনৰ লগতে মহাসমৰৰ মাধমাৰ, দলা-দলি, অৰিয়া-অৰি, আত্মকলহ আদি কাৰণবোৰো যোগ হৈ সাতে পাঁচে বাৰ হৈছিল।" কিন্তু ফুকন-নেওগৰ আশাশুধীয়া যত্নত

সভাই সঞ্জীৱনী লাভ কৰে, মৃতপ্ৰায় শাখা সভাসমূহ সক্ৰিয় হৈ উঠিল। কিন্তু টকা-পইচাৰ ক্ষেত্ৰত নানা চেষ্টা কৰা সত্বেও সভাৰ পৰালি পৰা অৱস্থা হৈয়ে থাকিল। কিন্তু ফুকন আৰু নেওগে লোৱা সঙ্কল্পমতে আজীৱন সভ্য নতুনকৈ এশজন কৰাই দহ হাজাৰ টকাৰ এটা অক্ষয় পুঁজি স্থাপন কৰে। এইয়া আছিল দুয়োজনৰে কৃতিত্ব, আৰু দুয়োজনৰে যত্নৰফল। অসমৰ এমূৰৰপৰা আনটো মূৰলৈ এই আজীৱন সভ্যৰ কাৰণে দুয়ো অতি কষ্টেৰে ঘূৰিব লগা হৈছিল।

কৰ্কা নীলমনি ফুকনৰ ১৯৪৪ চনৰ শিৱসাগৰ অধিবেশনৰ ভাষণৰ পৰা কেইটামান কথা তলত উদ্ধৃকিয়াই দি ফুকনৰ সাহিত্য সভাৰ প্ৰতি অৱদানৰ পৰিচয় দিবৰ সামান্য চেষ্টা কৰিব খুজিছোঁ। "জগত ব্যাপী এই তয়াময়া ৰণৰ মাজত, দেশৰ সৰ্ববিধ অসুখ-অশান্তিৰ মাজত, দেশৰ স্বাৰ্থত্যাগী কৰ্মী আৰু দেশনায়কসকলৰ অনেক বন্দী অৱস্থাত থকাত এই সময়ত অসম সাহিত্য সভাৰ এই সন্মিলন পতা যুগুত হৈছেনে নাই, এনে প্ৰশ্নও হব পাৰে। সাহিত্য-সাধনা শান্তি আশ্ৰমত হোৱা বস্তু যদিও অশান্তিৰ পথেদি হলেও তাত গৈ উপস্থিত হব লাগিব। শান্তিৰ সেন্দূৰীয়া আলিয়েই একমাত্ৰ পথ নহয়। মানৱ-ধৰ্মই সবোতোভাৱে গ্ৰহণ কৰিব পৰা গীতাৰ বচনা কুৰুক্ষেত্ৰ মহাসমৰৰ তুমুল নিনাদৰ মাজতহে হৈছিল। ভীষ্মই শৰ-শয্যাতহে যুধিষ্ঠিৰক শান্তিপৰ্বৰ উপদেশখিনি দিছিল।" প্ৰকৃততে অসম সাহিত্যসভা তেতিয়া শৰ-শয্যাত পৰাত ফুকন ডাঙৰীয়াই সংগঠনৰ মূলমন্ত্ৰ আওৰাইছিল। যুদ্ধৰ বিভীষিকাৰ মাজতো যে সাহিত্যৰ আৱশ্যকতা আছে, সেই কথা সেইজন দূৰদৰ্শী পুৰুষে হাড়-হিমজুৱে বিশ্বাস কৰিছিল। ভাষণৰ এঠাইত কৈছিল "সাহিত্য সাধনাত সুকীয়া কাল আৰু আসন নাই; সাহিত্য ত্ৰিকালজ্ঞ। মাটিয়েই সাহিত্যৰ আসন, মনেই সিংহাসন"। নীলমনি ফুকন ডাঙৰীয়াই সেই সময়ৰ সাহিত্য সভাৰ জড় অৱস্থা দেখি সভাখনক কিদৰে গতিশীল আৰু সক্ৰিয় কৰিব পাৰি, তাৰ কথা চিন্তা কৰিছিল। "অসম সাহিত্য সভাৰ এই জড়ভৱত অৱস্থা দূৰ কৰি আকৌ কিদৰে গতিশীল কৰি তুলিব পাৰি, সন্মিলিত সাহিত্যিক আৰু সাহিত্যানুৰাগীসকলৰ আজি এয়ে একমাত্ৰ উদ্দেশ্য আৰু সঙ্কল্প বুলি অনুভৱ কৰিছোঁ।" অসমীয়া জাতীয়তাবোধ থাকিলে, একতা থাকিলে হাজাৰো আনে চেষ্টা কৰক, আমাৰ ভাষাৰ মৃত্যু নহয়—ই লোপ পাব নোৱাৰে। গতিকে অসমীয়াৰ এই দুৰ্বলচিত্ততাৰ প্ৰতি লক্ষ্য কৰি সেই ১৯৪৪ চনতে শিৱসাগৰ অধিবেশনত ফুকনে অতিস্পষ্টভাৱে কৈছিল—"ইয়াতকৈ দুৰ্বল চিত্তৰ কথা আন একো হব নোৱাৰে। যমে টেটুত চেপা দিও যিষাৰ মাত হৰিব নোৱৰে জীৱণটোৱেও যিষাৰ মাত মাতি বিদায় লয়, জীৱন্ত অৱস্থাত সেই মাতৃভাষাৰ বাবে ইমান সন্দেহ।"



অসম সাহিত্য সভা এটা জাতীয় অনুষ্ঠান। এই অনুষ্ঠানৰ প্ৰতি জাতিৰ আস্থা থকাটোহে প্ৰথম কথা। ফুকনে যথাৰ্থতে কৈছিল—"আস্থাই এটা অনুষ্ঠানৰ প্ৰাণ-শক্তি।" গতিকে ফুকন ডাঙৰীয়াই সানুনয়ে সভাপতিৰ আসনৰ পৰা অনুৰোধ জনাইছিল—"আজি অসম সাহিত্য সভায়ো আমাৰ পৰা সেই আস্থা, সেই সাধনা বিচাৰিছে। প্ৰেৰণা নাহি নোৱাৰে, সেয়ে অসম সাহিত্য সভাৰ ভেটি।"

ফুকনে সেই তেতিয়াই 'অসম সাহিত্য সভাৰ এখন ইতিবৃত্ত' লিখাৰ আৱশ্যকতা অনুভৱ কৰিছিল আৰু ফুকনৰ সদিচ্ছা পূৰণ হ'ল অসম সাহিত্য সভাৰ হীৰক জয়ন্তী উপলক্ষ্যে প্ৰবীণ সাহিত্যিক অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই ৰচনা কৰা 'অসম সাহিত্য সভাৰ ৰূপলেখা'ৰ যোগেদি। এই পুথিৰ যোগেদি অসম সাহিত্য সভাৰ তিনিকুৰি বছৰীয়া স্বৰূপ আৰু ঐতিহ্য অতি সুন্দৰকৈ প্ৰকাশ পাইছে।

এই গ্ৰন্থৰ 'শনিৰ দশা' নামৰ এটা অধ্যায়ত সভাৰ এসময়ৰ নিৰাশজনক পৰিস্থিতিৰ কথা সুন্দৰ ভাৱে বৰ্ণোৱা হৈছে। সভাপতি বাগ্মীবৰ নীলমণি ফুকন আৰু প্ৰধান সম্পাদক কবি ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াৰ যত্নই সভাক শোকলগা অৱস্থাৰপৰা যে কিছু টনকিয়াল

অৱস্থালৈ আনিলে, সেই কথা জানিলে দুয়োগৰাকীলৈ ভাক্তত মূৰ দোঁ খায়।

নীলমণি ফুকন ডাঙৰীয়াক ১৯৪৭ চনৰ এপ্রিলত পুনৰ অসম সাহিত্যসভাৰ সভাপতি পতা হয়। সেই অধিবেশন সেইবাৰ বহিছিল ডিব্রুগড়ত। সভাপতিৰ ভাষণৰ যোগেদি তেওঁ অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ কেনেকৈ উন্নতি হয়, তাৰ কাৰণেহে দিহা-পৰামৰ্শ দিছিল। পাঠ্য পুথিৰ যোগেদি ছাত্ৰ-ছাত্ৰীক চিন্তাৰ স্বাধীনতা শিকোৱাৰ ব্যৱস্থা দিয়াৰ কথা কৈছিল। তেতিয়া ফুকনে অতি মূল্যৱান কথা এষাৰ কৈছিল—"অসম গৱৰ্ণমেণ্টে চৰকাৰী হিচাপে পাঠ্য-পুথি যুগুত কৰি প্ৰকাশ কৰাৰ এটা নতুন প্ৰস্তাৱ চলিছে বুলি শুনা কথা সঁচা হলে সি আৰু অদূৰদশিতাৰ কাম হব।" কিন্তু কালৰ গতিত সেয়ে হ'ল। চৰকাৰী পাঠ্য-পুথি প্ৰস্তুত কৰি যি খেলি-মেলিৰ সৃষ্টি হল, আৰু কিছুমান পাঠ্য পুথিত অসমীয়া ভাষাৰ যি স্ফুৰ্তি বোৱালে তাৰ দ্বাৰা ফুকনে কোৱা ভয় প্ৰতিপন্ন কৰাহে হ'ল। এইবিলাক বিচাৰ কৰি চালে, বাগ্মীবৰ ফুকন প্ৰকৃততে দূৰদৰ্শী পুৰুষ আছিল। ফুকনে তেতিয়াই কৈছিল—"পাঠ্যপুথিৰ কাম ছাত্ৰৰ মনৰ পুংটো ফুটাই দি চাৰিওপাৰ ওপচাই পেলোৱা। খুন্দি খুন্দি মনটোত কৰাল এটা মৰাই পানীৰ ডোং এটা কৰি এটা খৰতেই তলি ওলাই পৰা বিধৰ কাম নহয়। পাঠ্য পুথিয়ে মনৰ তাজমহল তোলাতহে সহায় কৰিব লাগে, তাৰ একোছটা শিলকুটা কামতেই লগাই থলে, শিলৰ গুৰি পৰি চকুৰ পাৰাহে বঢ়োৱাৰ সম্ভৱ; মমতাত জন্মহোৱা মমতাজ তাজমহলৰ মূৰ্ত স্বপ্ন দিঠকত দেখা কামত সহায় নকৰে। গোটেই ফুলনিখনত সোমাই নিজে ছিঙি অনা বছা ফুল কেইপাহিৰে মালা গুঠিব পৰা কথাতহে মালিনী। লোকে আনি দিয়া ফুল কেইপাহ বটিয়াগছত সুমালেই মালিনী নহয়। অৱশ্যে যিটো শিক্ষা বৰ্তমান আমাৰ শিক্ষানুষ্ঠানবিলাকত দিয়া হয়, তাত 'ফৰমাছ' দিয়া শিক্ষাই চলিছে। গতিকে পাঠ্য পুথিয়ে হাঁহিবলৈ কলে হাঁহিছে,



কান্দিবলৈ কলে কান্দিছে। মন কিন্তু দুয়োটা কথাতে সমানে এঙাইছে।

আন্তৰ্জাতিক সংস্কৃতিৰ ভাৰতীয় পি, ই, এন শাখাৰ জয়পুৰ অধিৱেশনলৈ অসম সাহিত্য সভাক নিমন্ত্ৰণ জনাই সন্মানিত কৰাত ফুকনে অসম সাহিত্য সভাৰ আৰ্থিক অৱস্থালৈ লক্ষ্য কৰি নিজ খৰচত যোগদান দিয়ে, আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক এটি প্ৰৱন্ধ তাত পাঠ কৰে। ১৯৪৭ চনত সভাপতিৰ অভিভাষণত ফুকনে এই কথাৰ উল্লেখ কৰি অসম সাহিত্য সভাই সৰ্বভাৰতীয় সম্বন্ধ স্থাপন কৰাত অতিকৈ আনন্দ প্ৰকাশ কৰে। ১৯১৭ চনৰ পৰা মৃত্যু পৰ্যন্ত মাত্ৰ ২/৩ খন সভাৰ অধিবেশনতহে ফুকন ডাঙৰীয়া উপস্থিত নাছিল।

অসম সাহিত্য সভাক ফুকন ডাঙৰীয়াই কিমান ভাল পাইছিল, তাৰ নিদৰ্শন হ'ল তেখেতৰ ব্যক্তিগত পুথি ভঁৰাল আৰু প্ৰকাশিত-অপ্ৰকাশিত সকলো পুথি-পাঁজি নিস্বাৰ্থভাৱে সভালৈ দান দিয়াটো। তেখেতৰ অপ্ৰকাশিত পুথিসমূহপৰা হীৰক জয়ন্তী উপলক্ষ্যে 'বাতৰিৰ বিভূতি' অসম সাহিত্য সভাই প্ৰকাশ কৰিছে। এই পুথিত ফুকনৰ 'দৈনিক বাতৰি'ৰ বছা বছা সম্পাদকীয়ৰ বাছনি কৰি পাতনি লিখি মূল্য বৃদ্ধি কৰিছে প্ৰবীণ সাহিত্যিক আৰু বুৰঞ্জীবিদ শ্ৰীবেনুধৰ শৰ্মা ডাঙৰীয়াই। পৰ্যায়ক্ৰমে অসম সাহিত্য সভাই ফুকনৰ ৰচনাৱলী প্ৰকাশ কৰিব।

১৯৮০ চনৰ জুনৰ ২২ তাৰিখে ফুকন ডাঙৰীয়াক আগত থৈ তেখেতৰ জন্ম শতবাৰ্ষিকী পাতিবৰ কাৰণে অসমীয়া ৰাইজে আশা কৰিছিল, আৰু অসম সাহিত্য সভাই তাৰ সবিশেষ আঁচনি চৰকাৰক দাখিলো কৰিছিল। ফুকন ডাঙৰীয়ায়ো এশ বছৰৰ ওপৰ কাল জীয়াই থাকিব বুলি অন্তৰেৰে কামনা কৰিছিল। কিন্তু কালে তেওঁক হৰি নিলে। তথাপি, ১৯৮০ চনৰ জুন আহিব, অসমীয়া জাতিয়ে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান স্বৰূপ ককাৰ এজন কবিৰ,

এজন প্ৰথিতযশা সাহিত্যিকৰ, এজন দেশপ্ৰেমিকৰ, এজন ওজস্বী বাগ্মীব্যক্তি স্বৰ্গীয় নীলমণি ফুকনৰ সদৌ অসমীয়া জাতিলৈ দিয়া অৱদান সুঁৱৰি জন্ম শতবাৰ্ষিকী মহাপয়োভৰেৰে পাতিবলৈ লব ; চৰকাৰেও নিশ্চয় হাত উজান দিব। কীৰ্তিৰ যোগেদিয়েই কীৰ্তিমান পুৰুষ অমৰ হৈ থাকিব।



# ৰাজনীতি ক্ষেত্ৰত বাগ্মীবৰ ফুকন

—শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী

জীৱনৰ প্ৰতিটো মুহূৰ্ত, এটা নহয় এটা ৰাজহুৱা প্ৰশ্ন লৈ যে কোনো লোক সদায় আপোন পাহৰা হৈ থাকিব পাৰে, বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াক ঘনিষ্ঠভাৱে লগ নোপোৱা হ'লে সেই কথা হয়তো মই মানিবলৈ টান পালোঁহেতেন। মোৰ নিজৰ অভিজ্ঞতাৰপৰা কব পাৰোঁ যে যেতিয়াই মই ফুকন ডাঙৰীয়াক লগ পাইছিলোঁ তেতিয়াই তেখেতে যি কোনো এটা ৰাজহুৱা প্ৰশ্ন লৈ আলোচনাৰ অৱতাৰণা কৰিছিল। যেতিয়া শেষৰ পিনে তেখেত শয্যাশায়ী হৈ পৰিছিল, তেতিয়াও ইয়াৰ ব্যতিক্ৰম হোৱা দেখা নগৈছিল। ফুকন ডাঙৰীয়াৰ জীৱনটো সামগ্ৰিকভাৱে বিচাৰ কৰিলে, তেখেতৰ ভাষণ, কথা-বতৰা আৰু ৰচনাৱলী বিশ্লেষণ কৰিলে দেখা যায় যে এজন শিল্পী সমাজ সেৱকৰ ভাব আৰু আদৰ্শই তেখেতৰ বহুমুখী কৰ্মজীৱনৰ প্ৰেৰণাৰ থল।

ৰাজনীতি-ক্ষেত্ৰত ফুকন ডাঙৰীয়াৰ অৱদান লেখত লবলগীয়া। কিন্তু তথাপি যুক্তিতৰ্কেৰে বুজোৱা কথা নহয়—ফুকন ডাঙৰীয়াক এজন ৰাজনৈতিক নেতা হিচাপে এটা ক্ষেত্ৰত সীমাবদ্ধ কৰিব নোৱাৰি। ৰাজনৈতিক দলৰ লগত সম্পৰ্ক ৰাখিছিল যদিও, দলীয় ৰাজনীতিৰ মেৰ-পেছৰ ভিতৰত তেখেত কেতিয়াও সোমোৱা নাছিল। দলীয় ৰাজনীতি যেন তেখেতৰ ধাতুত নাছিল। তেখেতৰ ৰাজনৈতিক চিন্তাধাৰা আৰু কাৰ্য-কলাপ মূৰ্তমান হৈ উঠিছিল— অসমক কেন্দ্ৰ কৰি। সাহিত্যত, কবিতাত তেখেতে কোনো ভৌগোলিক সীমাৰ ভিতৰত তেখেতৰ সৃষ্টি সীমাবদ্ধ কৰা নাছিল। উচ্চখাপৰ সাহিত্যৰ ধৰ্ম হিচাপেই সি আছিল বিশ্বজনীন। কিন্তু ৰাজনীতিৰ ক্ষেত্ৰত অসমৰ বেদীমূলতে তেখেতে তেখেতৰ সকলো উৎসৰ্গা কৰিছিল। স্বাধীনতাৰ আগতে ১৯২১ চনৰপৰা কেইবছৰমান ফুকন ডাঙৰীয়া অসমৰ কাউন্সিলৰ সদস্য আছিল। তেতিয়া তেখেতৰ যত্নতে অসম কাউন্সিলত এটা প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল যে কলিকতা বিশ্ববিদ্যালয় সম্পৰ্কে বেঙ্গল গৱৰ্ণমেণ্টে অসম

গৱৰ্ণমেণ্টৰ লগত পৰামৰ্শ নকৰাকৈ কোনো আইন কৰিব নোৱাৰে। তাৰ পাছত আকৌ ১৯৪৮ চনৰপৰা ১৯৫৬ চনলৈকে অসম বিধান সভাৰ সদস্য হিচাপে তেখেতে বিশেষ তৎপৰতা দেখুৱাইছিল। মই পোৱা হিচাপ মতে এই কালছোৱাৰ ভিতৰত অসম বিধান সভাত গুৰুত্বপূৰ্ণ আলোচনাত অংশ গ্ৰহণ কৰি ফুকন ডাঙৰীয়াই বিশেষভাৱে ৮৪ বাৰ ভাষণ দিছিল। ই যিকোনো শীৰ্ষস্থানীয় সদস্যৰ কাৰণে কৃতিত্বৰ কথা।

১৯৪৮ চনৰ মাৰ্চ মাহৰ ১২ তাৰিখে অসম বিধান সভাত 'The Assam Adhiars Protection and Regulation Bill, 1948'-ৰ ওপৰত বক্তৃতা দি ফুকন ডাঙৰীয়াই কোৱা কথাকিটাই প্ৰমাণ কৰে যে দেশৰ এটা মূল সমস্যা সমাধান সম্পৰ্কে তেখেতৰ মত আছিল স্পষ্ট আৰু ক্ৰান্তিকাৰী। তেখেতে কৈছিল, "......বিৰোধী দলৰ নেতাজনৰ মতে এই 'বিল' খনে মাটিৰ মালিক আৰু তলতীয়া প্ৰজাৰ ভিতৰত কন্দলৰহে গুটি সিঁচিব। কিন্তু মই ভাবোঁ যে এই 'বিলে' সেই জোপা গছৰ শিপা উঘালি পেলাব, যি জোপা গছে মাটিৰ সকলোখিনি সাৰ শুহি খাই আছে।"

......... আমাৰ দেশত জমিদাৰ কোনো থকা উচিত নহয়। দেশৰ পৰা জমিদাৰী নিৰ্মূল কৰাৰ কাৰণে এইখন 'বিল' এটা খোজহে, মধ্যকালীন ব্যৱস্থাহে। এইখন বিলেই চূড়ান্ত বুলি ক'লে মই সন্তুষ্ট নহওঁ। স্বাধীন দেশত কোনোৱেই চিৰকাললৈ তলতীয়া প্ৰজা হৈ থাকিব নোৱাৰে। দেশখন সকলোৰে। আমি আকৌ কাকো ভূ-স্বামী কৰিব নোৱাৰোঁ। সকলোতকৈ ডাঙৰ জমিদাৰ বৃটিছ শক্তিক দেশৰ পৰা নিৰ্মূল কৰা হৈছে। আমাৰ ৰাইজৰ মাজত আন কোনো জমিদাৰ থকাটো আমি নিবিচাৰোঁ। মই বিৰোধী দলৰ নেতাৰ এই কথাৰ দুৰ্ঘোৰ বিৰোধিতা কৰোঁ যে এই 'বিল' খনে সংঘাত সৃষ্টি কৰিব। প্ৰকৃততে তেওঁ যদি আমাৰ সংঘাত নিবিচাৰে, তেন্তে তেওঁ সময়ৰ ইঙ্গিত বুজি এই 'বিল' খন সৰ্বান্তঃকৰণে সমৰ্থন কৰিব।"

১৯৪৮ চনৰ বাজেট অধিৱেশনত ফুকন ডাঙৰীয়াই এটা প্ৰস্তাৱ



দাঙি ধৰিছিল যে গুৱাহাটী বিশ্ববিদ্যালয়ক কেন্দ্ৰীয় চৰকাৰে উপযুক্ত সাহায্য দিব লাগে, তাহৰ ওপৰত লগোৱা কৰৰপৰা। সেই প্ৰস্তাৱ দাঙি ধৰি দিয়া তেখেতৰ ভাষণত গুৱাহাটী বিশ্ববিদ্যালয়ক সৰ্বোচ্চ পৰ্যায়ৰ বিশ্ববিদ্যালয় হিচাপে গঢ়ি তোলাত তেখেতৰ উৎকণ্ঠা প্ৰকাশ পাইছিল। তেখেতে আশা প্ৰকাশ কৰিছিল যে পুৰণি কালত নালন্দা বিশ্ববিদ্যালয়ে যেনেকৈ দেশ-বিদেশৰ জ্ঞানপিপাসুসকলক আকৰ্ষণ কৰিছিল, সামান্যভাৱে আৰম্ভ কৰা গুৱাহাটী বিশ্ববিদ্যালয়েও তেনেকৈ উন্নতি কৰিবলৈ সুযোগ-সুবিধা পাব।

শিক্ষাৰ ক্ষেত্ৰত দেখা দিয়া সমস্যা সম্পৰ্কে ফুকন ডাঙৰীয়াই সদায় চকু ৰাখিছিল আৰু বিধান সভাত জোৰেৰে তেখেতৰ বক্তব্য দাঙি ধৰিছিল। সাহায্য-প্ৰাপ্ত স্কুলৰ শিক্ষকসকলৰ অৱস্থা বৰ্ণনা কৰি তেখেতে বিধান সভাত এবাৰ কৈছিল, "১৯২২ চনত গৱৰ্ণমেণ্ট হাইস্কুল আছিল ১৮ খন, আৰু তাত ৬,৩০০ জন ছাত্ৰই পঢ়িছিল। আনহাতেদি তেতিয়া সাহায্যপ্ৰাপ্ত হাইস্কুল আছিল ১২ খন আৰু তাত ২,৬৬৫ জন ছাত্ৰই পঢ়িছিল। গড় হিচাপে গৱৰ্ণমেণ্ট স্কুলত এজন ছাত্ৰৰ ওপৰত খৰচ পৰিছিল ৬৪ টকা, আৰু সাহায্যপ্ৰাপ্ত স্কুলত ৪৫ টকা। ১৯৪৭-৪৮ চনত গৱৰ্ণমেণ্ট হাইস্কুলৰ সংখ্যা হৈছে ১৯ খন, আৰু তাত ছাত্ৰ হৈছে ৮,৮৩০ জন। আনহাতেদি সাহায্যপ্ৰাপ্ত হাইস্কুলৰ সংখ্যা হৈছে ১০০ খনতকৈয়ো বেছি, আৰু তাত ছাত্ৰৰ সংখ্যা প্ৰায় ৩২,৫০০ জন। গৱৰ্ণমেণ্ট স্কুলত ছাত্ৰই প্ৰতি খৰচ হয় ৫০ টকা, আৰু আনহাতেদি সাহায্যপ্ৰাপ্ত স্কুলত মাত্ৰ ৯ টকা। সাহায্যপ্ৰাপ্ত স্কুলত গৱৰ্ণমেণ্ট স্কুলৰ চাৰিগুণ ছাত্ৰই পঢ়ে; কিন্তু গৱৰ্ণমেণ্টে সাহায্যপ্ৰাপ্ত স্কুলত ছাত্ৰই প্ৰতি গভৰ্ণমেণ্ট স্কুলত কৰা খৰচৰ ৬ ভাগৰ ১ ভাগ মানহে বহন কৰে।" তেখেতে নিজেও বহুত দিন সাহয্যপ্ৰাপ্ত স্কুলৰ শিক্ষকৰ লগৰীয়া আছিল বুলি কৈ কয় যে তেখেতে সেই শিক্ষকসকলৰ দুৰৱস্থাৰ কথা জানে। তেওঁলোকৰ অৱস্থা পৰিবৰ্ত্তন কৰিবলৈ ফুকন ডাঙৰীয়া সদায় লাগি আছিল। প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰাৰ ওপৰত তেখেতে জোৰ

দি কৈছিল, "২৫ বছৰৰো আগতে The Assam Primary Education Bill গ্ৰহণ কৰা হয়। কিন্তু এতিয়াও বাধ্যতামূলক প্ৰাথমিক শিক্ষা বহুত দূৰৰ কথা হৈ আছে। কোনো দেশেই নিৰক্ষৰতা আৰু অজ্ঞানতাৰ ভেঁটিত গণতন্ত্ৰ গঢ়ি তুলিব নোৱাৰে।"

১৯৪৯ চনত অসম বিধান সভাৰ বাজেট অধিবেশনত ফুকন ডাঙৰীয়াই দিয়া বক্তৃতাত, কেন্দ্ৰই অসমক বিত্তীয় বিষয়ত ন্যায় বিচাৰ কৰা নাই বুলি অভিযোগ উত্থাপন কৰি কয়, "ফল নধৰা সমালোচনাৰ সময় এতিয়া উকলিল। আমি আমাৰ দাবী পূৰণৰ কাৰণে দৃঢ়তা দেখুৱাব লাগে। জীৱাই থাকিবলৈ আমাক অৰ্থনৈতিক স্বাধীনতা লাগে। কেন্দ্ৰৰ লগত আমি সংযুক্ত আছোঁ; কিন্তু তাৰ অৰ্থ এইটো নহয় যে আমাক তেওঁলোকে শৃঙ্খলাবদ্ধ কৰি ৰাখিব। বিদেশী গৱৰ্ণমেণ্টে অনুসৰণ কৰা শোষণৰ নীতি এতিয়া কেন্দ্ৰত আমাৰ জাতীয় গৱৰ্ণমেণ্টে চলাই থাকিব নোৱাৰে। আমাৰ দাবী ন্যায়সঙ্গত আৰু ইয়াক একোৱেই বাধা দিব নোৱাৰে। আমাৰ ৰাজ্যখনক সম্পূৰ্ণ বিকাশৰ কাৰণে অজস্ৰ ধনৰ আৱশ্যক। বৰ্তমানৰ ব্যৱস্থা মতে অসমে কেন্দ্ৰক প্ৰায় ১৫ কোটি টকা দিয়ে। অসমে তাৰ উচিত অংশ পাব লাগে।"

ফুকন ডাঙৰীয়াই সাধাৰণ মানুহৰ আশা আকাঙ্ক্ষাৰ কথা সোঁৱৰাই দি বিধান সভাত দৃঢ়কণ্ঠে কৈছিল, "সাধাৰণ মানুহক সমাজৰ কেন্দ্ৰ স্থানত স্থাপন কৰাৰ কাম এতিয়াও হৈ উঠা গৈ নাই; এতিয়াও সাধাৰণৰ ভাত-কাপোৰৰ অনাটন যোৱা নাই। সম্প্ৰতি আমি কেৱল সাধাৰণলোকৰ সমস্যাৰ কথাহে ভবা উচিত। ৭ লাখ গাওঁক ৭ লাখ গাওঁ প্ৰজাতন্ত্ৰ ( village republics ) লৈ ৰূপান্তৰিত কৰিব লাগিব —পুৰণি কালৰ দৰে আৰু এই যুগত মহাত্মা গান্ধীয়ে কল্পনা কৰা মতে। মহাত্মাই প্ৰতিখন গাওঁৱেই স্বাৱলম্বী হোৱাটো বিচাৰিছিল। এই উদ্দেশ্যে কংগ্ৰেছক গান্ধীজীয়ে সেৱাসংঘ হিচাপে পৰিবৰ্তিত কৰিবই খুজিছিল। এতিয়া আমি নিজৰ ভিতৰখন চোৱাৰ আৰু গান্ধীজীৰ পবিত্ৰবাণী মনত পেলোৱাৰ সময় আহিছে।"



ফুকন ডাঙৰীয়াই বিধান সভাত সুবিধা পালেই কেন্দ্ৰৰপৰা পাব লগা অনুদানৰ ওপৰত বিশেষ জোৰ দিছিল। ১৯৫৩ চনৰ এটা বক্তৃতাত তেখেতে সকীয়নি দি কৈছিল, "আমি এতিয়া কিয় সদায় ভিক্ষাৰ জুলি লৈ নতুন দিল্লীলৈ যাব লাগে? আমাৰ Unitary Government নহয়। আমি Federal Governmentৰ পদ্ধতি গ্ৰহণ কৰিছোঁ। কিন্তু স্থানীয় বিষয়সমূহ সম্পৰ্কে পূৰা স্বায়ত্ব শাসন দিয়া হৈছে যদিও, বিত্তীয় আদি বিষয়ৰ কৰ্তৃত্ব কেন্দ্ৰৰ হাততে আছে।

আমাৰ ৰাজ্যখন সকলো ফালৰপৰা গুৰুত্বপূৰ্ণ। প্ৰশাসনীয় আৰু নিৰাপত্তাৰ দৃষ্টিৰে চালে যে আমাৰ গুৰুত্ব বৰ বেছি, সেই কথা কেন্দ্ৰয়ো স্বীকাৰ কৰিছে। সেই কাৰণে মই আন্তৰিকতাৰে সৈতে পৰামৰ্শ আগবঢ়াব খোজো যে আমি সকলো একত্ৰিত হৈ সাহেৰে সৈতে দৃঢ়কণ্ঠে কব লাগে—'আমি কেন্দ্ৰৰপৰা আমাৰ ধনভঁৰাললৈ কিমান অংশ পাম, সেই কথা নাজানিলে, আমি অসমক ভাৰত যুক্তৰাষ্ট্ৰৰ এখন ৰাজ্য হিচাপে গঢ়ি তুলিবও নোৱাৰিম, আৰু সংকট কালত সীমান্ত ৰক্ষা কৰাও সম্ভৱ নহব। ভৱিষ্যতে অসমক তাৰ কাৰণে জগৰীয়া কৰিব নোৱাৰিব।'"

বাগ্মীবৰ ফুকন ডাঙৰীয়াই বুঢ়াকালত এটা ডাঙৰ কাম হাতত লৈছিল। তেখেতৰ হাতত যি অলপ সাঁচতীয়া ধন আছিল, তাকে লৈ গোলাঘাট নগালেণ্ডৰ সীমাত 'মৈত্ৰী আশ্ৰম' নামেৰ এখন আশ্ৰম খুলিছিল। উত্তৰ পূব সীমান্তৰ পাহাৰ আৰু ভৈয়ামৰ মানুহৰ মাজত সম্প্ৰীতি স্থাপনৰ গুৰুত্ব উপলব্ধি কৰি তেখেতে এই কাম হাতত লৈছিল বে-চৰকাৰী হিচাপে কৰিব পৰা কামৰ ই এটা শ্ৰেষ্ঠ নিদৰ্শন।

ফুকন ডাঙৰীয়াই পাছ কৰা যুগত বি-এ. ডিগ্ৰী পোৱা লোকৰ সংখ্যা আছিল নিচেই কম। চৰকাৰী চাকৰি পোৱা তেওঁলোকৰ কাৰণে সহজ আছিল। কিন্তু তথাপি, ফুকন ডাঙৰীয়াই নিজৰ কোনো

সুবিধাৰ কথা নাভাবি শিক্ষা প্ৰচাৰৰ কামত ব্ৰতী হৈছিল। তেখেত আছিল ডিব্ৰুগড়ৰ জৰ্জ হাইস্কুলৰ প্ৰতিষ্ঠাতা। শিক্ষাৰ ক্ষেত্ৰত এনে এটা কাম হাতত লৈ তেখেতে ৰাজহুৱা জীৱন আৰম্ভ কৰিছিল। শেষৰপিনে 'মৈত্ৰী' আশ্ৰম গঢ়ি তেখেতে প্ৰমাণ কৰিছিল যে অনবৰত লানি নিছিগাকৈ এটাৰ পিছত আনটো কথা কৈ থাকিবলৈ ভালপোৱা মানুহজন অকল কথাৰে নহয়, কামৰো মানুহ আছিল। তেখেতৰ কামেৰে তেখেতে জাতিগঠনৰ ভেটি স্থাপনত মৌলিক অৰিহণা যোগাইছিল।

বাগ্মীবৰ ফুকন ডাঙৰীয়াৰ স্মৃতিৰ প্ৰতি মই মোৰ শ্ৰদ্ধা নিবেদন কৰিছোঁ।

# সাংবাদিক নীলমণি ফুকন

—শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা

স্বৰ্গীয় নীলমণি ফুকন ডাঙৰীয়াৰ সাংবাদিক জীৱনৰ এছোৱাও তেখেতৰ জীৱনৰ লেখত লবলগীয়া অধ্যায়। ডিব্ৰুগড় জৰ্জস্কুলৰ প্ৰধান শিক্ষক স্বৰূপে তেখেত এজন অতি উদ্যোগী আৰু শিক্ষাব্ৰতী লোক আছিল। তাত থাকোতেই তেখেতে নীলমণি চাহ বাগিচা নামে এখন চাহ বাগিচা খোলে। শিক্ষাৰ ক্ষেত্ৰ এৰি চাহ খেতিয়ক ৰূপে বাগিচা চলাবলৈ ললে। নিজৰ যথেষ্ট পুঁজি নথকা বাবে ধাৰ-ঋণ কৰি বাগিচা চলাওঁতে বহু কষ্ট কৰিব লগা হ'ল। শেহত তেখেতৰ ভাগিনীয়েক যোৰহাটৰ স্বনামধন্য চাহ খেতিয়ক আৰু মাটিগিৰী ৰায়বাহাদুৰ ৺শিৱপ্ৰসাদ বৰুৱাই তেখেতক ধাৰৰ পৰা মুক্ত কৰি বাগিচাখন কিনি ললে। কিন্তু মোমায়েকক একেবাৰে উপায়হীন নকৰিলে।

শিৱপ্ৰসাদ বৰুৱা আছিল বৃটিছ চাহ খেতিয়কসকলৰ সগোত্ৰ। ইণ্ডিয়ান টি এছোচিয়েশ্বনৰ মেম্বাৰ। বৰুৱাই এছোচিয়েশ্বনৰ লগত আলোচনা কৰি 'বাতৰি' নামে এখন সাপ্তাহিক কাকত উলিয়াবলৈ আয়োজন কৰিলে। এছোচিয়েশ্বনৰ সাত শখন চাহবাগিচাৰ প্ৰত্যেকখন বাগিচাৰ কাৰণে তিনি কপিকৈ সাপ্তাহিক 'বাতৰি'ৰ বৰঙণি দি এটা শকত পুঁজি দিলে। তেতিয়া মোমায়েক নীলমণি ফুকনক মাতি আনি 'বাতৰি'ৰ সম্পাদক পাতিলে। তেখেতৰ যোৰহাট নগৰত থকা বাসগৃহ মোমায়েকক অৰ্থাৎ ফুকনক থাকিবলৈ দিলে। যোৰহাট দাছ কোম্পানীৰ আছাম প্ৰিন্টিং ৱৰ্কছৰপৰা কাকতখন প্ৰকাশ কৰা হৈছিল।

মই তেতিয়া তিনিচুকীয়া চেনাই ৰাম হাইস্কুলৰ সহকাৰী শিক্ষক। তিনিচুকীয়াত থকা চাহ খেতিয়ক ৺সোমেশ্বৰ বৰুৱা মোৰ ভিনিহিদেউ। ফুকন ডাঙৰীয়া তাতে থাকেহি, আৰু সেই ছেগতে মোৰ লগতো পৰিচয় ঘটে। তেতিয়া বোধহয় ১৯৩৪ চন। ১৯৩০ চনত ৺চন্দ্ৰকুমাৰ আগৰৱালাৰ

খাৰঘুলিৰ নিউ প্ৰেছৰপৰা ওলোৱা 'অসমীয়া' কাকতৰ সম্পাদক ৺লক্ষ্মীনাথ ফুকনক কামৰপৰা বিদায় দিয়াত সম্পাদকৰ পদ খালী হৈছিল। ভাগ্যক্ৰমে মোকেই সম্পাদক পদ যাচিলে। তেতিয়া ১৯৩০ চন। ভাৰত জুৰি কংগ্ৰেছৰ অসহযোগ আন্দোলনৰ তুমুল যুদ্ধ। ভাইচৰয়ে অৰ্ডিনেঞ্চ জাৰি কৰি জাতীয়তাবাদী সকলো কাকত-পত্ৰ বন্ধ কৰিলে, আৰু নেতাবিলাকক জেলত সুমালে। সাংবাদিকতাৰ অভিজ্ঞতা থকা বাবে ফুকন ডাঙৰীয়াই মোক বৰকৈ লাগিল। 'বাতৰি' আৰম্ভ কৰিয়েই তেখেতে সহকাৰী এজন বিচাৰি মোৰ প্ৰতি গভীৰ দৃষ্টি দিলে। তেখেতৰ প্ৰথম চিঠিখন (যদি আজি হাতত থাকিলহেঁতেন!) ফুকনৰ কবিত্বসুলভ মন হৰণ কৰা এটা কবিতা যেন লাগিছিল। মই উত্তৰত তেখেতলৈ অপাৰগতাৰ কথা জনালোঁ। পিছৰখন চাৰি পিঠিৰ দীঘলীয়া চিঠি। কৃষ্ণৰ বাঁহীৰ মাতে বৃন্দাবন উথলাই তোলাৰ দৰে ফুকনৰ চিঠিখনে মোক উন্মনা কৰি তুলিলে। ফুকনে লিখিছিল "আপোনাৰ কাৰণে শিক্ষকতা নহয়। বাতৰি কাকতৰ যোগে আপুনি সাহিত্য সংস্কৃতিৰ এখন বিৰাট ক্ষেত্ৰ পাব, আৰু আপোনাৰ সহযোগত ময়ো লাচিতৰ দৰে "তই নাৰে, মই বামে বুলি আগবাঢ়ি যাব পাৰিম।" সেই চিঠি উপেক্ষা কৰিব নোৱাৰিলোঁ। টালি-টোপোলা বান্ধি যোৰহাট পালোঁহি। তেতিয়া বাতৰি কাকতৰ সম্পাদক, সহকাৰী সম্পাদক আদি জিলাৰ বৰচাহাবৰ আগত ব্যক্তিগত ভাৱে উপস্থিত হৈ সেই কামৰ দায়িত্ব লৈছোঁ বুলি এটা ঘোষণা দিব লাগিছিল, আৰু ঘোষণা-পত্ৰত চহী কৰিব লগা নিয়ম আছিল। যথাৰীতি ঘোষণাৰ পাছত ফুকন ডাঙৰীয়াই মই কামত সোমোৱা সপ্তাহৰ সংখ্যাত "মোৰ আনন্দ" বুলি এটা সম্পাদকীয় লিখি মোক স্বাগতম জনাইছিল। তেখেতে মোক তেতিয়া "আপুনি" সম্বোধন কৰিছিল। মই প্ৰতিবাদ কৰি কলোঁ—"আপুনি মোক 'তুমি' বুলিব, আৰু মোৰ নাম ডাকি মাতিব।" সেয়া মোৰ তেখেতৰ ব্যক্তিত্বৰ প্ৰতি অসীম শ্ৰদ্ধাৰ চিন। ফুকনে মোক পাই



কাকতৰ কাম একো নকৰা হ'ল। মাত্ৰ শুকুৰবাৰে পুৰা সম্পাদকীয় প্ৰবন্ধটো পঠাই দিয়ে। সম্পাদকীয় বিভাগত অকল মই আৰু এজন প্ৰুফৰীডাৰ।

ফুকন তেতিয়াও কংগ্ৰেছী হোৱা নাই। চাহাবী পোচাকহে পিন্ধে। কিন্তু ভাব-চিন্তা—দেশ প্ৰেমেৰে উপচি পৰা তেতিয়া। গাওঁবোৰত 'ৰায়ত-সভা', 'কৃষক-সভা'ৰ উজান উঠিছিল। ফুকন সপ্তাহত এখনকৈ সভালৈ যায়। ওজস্বিনী বক্তৃতাৰে হাজাৰ হাজাৰ খেতিয়কৰ প্ৰাণত দেশাত্মবোধ জগাই তোলে। প্ৰত্যেক সংখ্যা 'বাতৰি'ত তেখেতৰ ভাষণ প্ৰকাশ হয়।

৺অম্বিকাগিৰী ৰায় চৌধুৰীৰ অসম সংৰক্ষিণী সভাৰ সময়ত অসমত অসমীয়াৰ স্থান সম্পৰ্কে বিবিধ তথ্য-পাতিৰে 'বাতৰি'ৰ প্ৰত্যেক সংখ্যা কাকত গৰম হৈ থাকে। ৰেল বিভাগত কিমান অসমীয়া, কিমান অনা-অসমীয়া আদি তথ্যবিলাক পাই এটা বিৰাট জাগৰণৰ সৃষ্টি হ'ল। তাৰ লগত আহিল "শ্ৰীহট্ট বিচ্ছেদ"। আমি এই বগা-হাতীটো নোপোহোঁ। দৰকাৰ পৰিলে বিলাতলৈ গৈ নিজে যুজ দিবলৈ 'অসম কেশৰী' প্ৰস্তুত হ'ল। পাই-পইচাও সংগ্ৰহ কৰিবলৈ ধৰিলে। 'বাতৰি'ৰ প্ৰথম পৃষ্ঠাৰ কাৰণে বৰ্ড়িয়া শিতান ওলাল—"পৰ্বতে-পাহাৰে ধ্বনিত হওক—শ্ৰীহট্ট বিচ্ছেদ"। এনেকুৱা গৰম বাতৰি পঢ়িবলৈ পাই 'বাতৰি'ৰ এজেন্ট বিলাকৰপৰা টেলিগ্ৰাম আহিবলৈ ধৰিলে—"অহা সংখ্যাৰ আৰু এশ কপি বেছিকৈ পঠাব।"

চাহবাগিচা, গাওঁ আদিত 'বাতৰি'ৰ প্ৰচালন খুব বাঢ়িল। ১৯৩৪ চনতে 'বাতৰি'ত 'সৰু ল'ৰাৰ মেল' খোলা হৈছল। প্ৰত্যেক দিনে চাৰিওফালৰপৰা সৰু সৰু ল'ৰা-ছোৱালীৰ চিঠিৰ টোপোলা মেলি বৰ ভাল লাগিছিল। লগতে প্ৰখ্যাত কবি-সাহিত্যিক সকলৰ পৰিচয় সূচক একো একোটি চমু টোকা দিয়া হৈছিল, যাতে সেইসকলৰ লগত পাঠকৰ এটা সম্পৰ্ক স্থাপিত হয়। 'ন-জোন' নামে এখন মাহিলি কাকতো আৰম্ভ কৰা হৈছিল। নানা অসুবিধাত বেচি দিন নচলিল।

ফুকন ডাঙৰীয়াই প্ৰত্যেক সংখ্যাতে তেখেতৰ দীঘলীয়া অভিভাষণবোৰ দি থকা বাবে 'বাতৰি'ৰ প্ৰতিষ্ঠাতা ৺শিৱপ্ৰসাদ বৰুৱাই বৰ ভাল পোৱা নাছিল। তথাপি, 'বাতৰি'ৰ সাফল্যই প্ৰতিষ্ঠাতা জনকো প্ৰেৰণা দিলে। তেখেতে কাকতখন দৈনিক কৰিবৰ উদ্দেশ্যে তেখেতৰ বাসস্থান ৰাজটোল যেন ঠেঙ্গালনৈ এটা ডাঙৰ ফ্লেট মেচিন অনাই প্ৰেচ-কৰ্মী আদিৰ থকা-মেলাৰ সকলো বন্দোবস্ত কৰিলে।

উত্তৰ লক্ষীমপুৰত সাহিত্য সভা হৈছিল। ৺জ্ঞানদাভিৰাম বৰুৱা মূল সভাৰ সভাপতি, আৰু ফুকন ডাঙৰীয়া বিশিষ্ট অতিথি। ফুকনৰ ওজস্বিনী ভাষাৰে হাজাৰ হাজাৰ দৰ্শকক মুগ্ধ কৰিব পৰা বাবে ময়েই প্ৰথমে 'বাতৰি'ত "বাগ্মীবৰ নীলমণি ফুকন" আখ্যা দিছিলোঁ। বাতৰিত থাকোতেই জ্যোতিপ্ৰসাদৰ চিত্ৰবনত ছুৰাতি থাকি উলটি আহি কলিকতাত ব্লক কৰাই আনি ডাঙৰ ডাঙৰ আখৰেৰে ছপাইছিলোঁ—"ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ চিত্ৰবন"। মোৰ উপাধি দুটা অজৰ-অমৰ হ'ল—এইটো মোৰ প্ৰাণৰ এটা ডাঙৰ সন্তোষ।

### হাঁয়! 'নীলমণি সেৱা সদন'

সাংবাদিক নীলমণি ফুকন থকা ঘৰটো জাতীয় সম্পদ ৰূপে চৰকাৰে ৰক্ষা কৰিব বুলি অসুস্থ হৈ পৰি থাকোতে ফুকনে কল্পনা কৰিছিল। মুখ্যমন্ত্ৰী হৈ থাকোতে শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহক তেওঁৰ ঘৰলৈ মাতি নি এই আশাটো প্ৰকাশ কৰিছিল। তেখেতে এটি আটোম টোকাৰি নামঘৰ সজাই, এখন থাপনা পাতি তাত এগছি বন্তি জ্বলাই নাম-কীৰ্তন কৰিবলৈ এজন ভকতো ৰাখিছিল। পৰিকল্পনা কৰিছিল—ঘৰখনৰ নাম 'নীলমণি সেৱা সদন' দি ৰাইজৰ ধূলা নিতৌ পৰি থাকিবলৈ দিব। ফুকনে শেষ নিশ্বাস ললে। লোৱাৰ আগতে কিতাপ-পত্ৰ আটাইবিলাক অসম সাহিত্য সভাক দান দি গ'ল। কিন্তু হাঁয়! ফুকনৰ স্বপ্ন 'সেৱা সদন' আজি তলা বন্ধ। এৰাপৰলীয়া এটা ধৰৰ মাজত ফুকনৰ অশৰীৰী আত্মাই চকুপানী টুকিছে। হাঁয়.........।

# সংৰক্ষিণী, জাতীয় মহাসভা আৰু বাগ্মীবৰ ফুকন

—শ্ৰীউমেশ চন্দ্ৰ শৰ্মা

সমগ্ৰ অসমৰে শ্ৰদ্ধাৰ পাত্ৰ, কৃতী শিক্ষক, শিক্ষাবিদ, চাহখেতিয়ক, সাংবাদিক, কবি-সাহিত্যিক, সমাজ সংস্কাৰক, সংগঠক, ৰাজনীতিক, আজীৱন ব্ৰহ্মচৰ্যাৱলম্বী জাতীয়তাবাদী সিংহ পুৰুষ নীলমণি ফুকন (ককা) দেৱৰ কাৰ্যকলাপ সম্বন্ধে এটা প্ৰবন্ধত লিখি শেষ কৰিব পৰা এটা দুৰ্ভাবনা মাত্ৰ। ওপৰত উল্লেখ কৰা বিশেষণসমূহৰ পৰাই তেখেতৰ চৰিত্ৰ, কাৰ্যকলাপ আদিৰ বিষয়ে সম্যক উপলব্ধি কৰিবলৈ টান নহয়। তেখেতৰ জাতীয়তাবাদ সম্পৰ্কে কোনো ঠেক মনোভাৱৰ পৰিচয় দেখা নাযায়। ফুকনদেৱে তেখেতৰ সম্পাদিত 'সাদিনীয়া বাতৰি', 'দৈনিক বাতৰি' (১৯৩০/১৯৩৫) কাকতৰ যোগে অসমীয়া জাতীয়তাবাদ তথা ভাৰতীয় জাতীয়তাবাদ সম্পৰ্কে প্ৰচাৰ কাৰ্য চলাই অসমৰ জাতীয় স্বাৰ্থ বৰ্তাই ৰখাৰ পোষকতা কৰিছিল। প্ৰদেশে প্ৰদেশে প্ৰাদেশিক ভাষা সংস্কৃতি সৃষ্টিৰ সবলকৈ গঢ়ি তুলিব পাৰিলেহে যে ভাৰতীয় মহাজাতি গঠনৰ ভেটি সুদৃঢ় হ'ব, তাক ফুকনদেৱে মৰ্মে মৰ্মে উপলব্ধি কৰিছিল, আৰু তাক প্ৰচাৰ কৰি সমগ্ৰ দেশৰ অধিবাসীক এনে ভাৱত উদ্বুদ্ধ হৈ দেশৰ তথা জাতিৰ প্ৰতি তেওঁলোকৰ কৰণীয় কৰ্তব্য কৰি দেশ আৰু জাতি গঠনত ইন্ধন যোগাবলৈ আহ্বান জনাইছিল।

ইং ১৯২৬ চনৰ ৯ এপ্ৰিল তাৰিখে গুৱাহাটী নগৰত অসমকেশৰী স্বৰ্গীয় অম্বিকাগিৰী ৰায় চৌধুৰী দেৱ-প্ৰতিষ্ঠিত "অসম সংৰক্ষিণী সভা" উদ্বোধন কৰা হয়। উল্লেখযোগ্য যে ৰায়চৌধুৰী দেৱৰ অঃ সঃ সভা খোলাৰ মূল উদ্দেশ্য কংগ্ৰেছৰ ওপৰত কিবা আক্ৰোশৰ ভাব লৈ নহয়, সমগ্ৰ ভাৰতৰ লগতে অসমেও সমান মৰ্যাদা লাভ কৰি আলস্য পৰায়ণ

অসমীয়া জাতিটোক আগুৱাই ইয়াৰ মুখ্য উদ্দেশ্য আছিল। শ্ৰদ্ধেয় ফুকন দেৱো এই ভাবধাৰাৰে সমৰ্থক আছিল। সেয়েহে তেখেতে 'অসম সংৰক্ষিণী সভা'ক সৰ্বান্তঃকৰণে সমৰ্থন জনাইছিল, আৰু ওপৰত উল্লেখ কৰা তেখেতৰ সম্পাদিত 'বাতৰি'ৰ মাধ্যমেৰে প্ৰচাৰো কৰিছিল। 'বাতৰি'ত এনেভাব প্ৰচাৰ কৰা হেতুকেই অনা-অসমীয়া ছপাশালে 'বাতৰি' ছপোৱাৰ ক্ষেত্ৰত অসামৰ্থ্য প্ৰকাশ কৰিছিল; কিন্তু কৰ্মযোগী ফুকনদেৱে 'বাতৰি'ৰ নিজস্ব ছপাশাল 'বাতৰি প্ৰেছ' প্ৰতিষ্ঠা কৰি কাকত চলাবলৈ সমৰ্থ হৈছিল তেখেতৰ ধৈৰ্য, দৃঢ় মনোবল আৰু আত্মবিশ্বাসৰ গুণত।

অসমত অসমীয়াৰ সকলো প্ৰকাৰৰ জাতীয় স্বাৰ্থ সংৰক্ষণ, সংবৰ্ধন আৰু সংগঠনৰ উদ্দেশ্যে স্থাপিত হোৱা কাৰণেই এই সভাৰ নাম 'সংৰক্ষিণী সভা' দিয়া হৈছিল। সভাৰ মূল উদ্দেশ্য আছিল অসমৰ সেই সময়ৰ ভৌগোলিক চাৰিসীমাৰ ভিতৰৰ জনসমষ্টিক ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আদি বিষয়ত বহিঃ আক্ৰমণৰ (আন্তঃ ভাৰতীয়) পৰা মুক্ত কৰি এক জাতীয় স্বাৰ্থত সাঙুৰি ভাৰতীয় যুক্তৰাষ্ট্ৰৰ শক্তিশালী অঙ্গৰূপে নিজ দেশত স্বাধীন ভাৰতৰ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰিবলৈ অসমীয়া জাতিক উপযুক্ত কৰি গঢ়ি তোলা। উল্লেখযোগ্য যে 'অসমীয়া' বোলোতে সভাই অসমত মাটিবাৰী লৈ স্থায়ীভাৱে বসবাস কৰি অসমকে নিজা ঘৰ আৰু অসমীয়াকে নিজ ভাই-ভনী বুলি গ্ৰহণ কৰা আৰু তেওঁলোকে এৰি অহা ৰাজ্যৰ গোজপোতা স্বাৰ্থ প্ৰৱৰ্তোৱাৰ যত্ন পৰিহাৰ কৰি অসমৰ সৰ্বাঙ্গীন উন্নতিৰ হকে যত্নবান হোৱা বঙ্গ, বিহাৰ, মাৰোৱাৰ, যুক্তপ্ৰদেশ, উৰিষ্যা আদি প্ৰদেশৰ লোককো বুজাইছিল। শ্ৰদ্ধেয় ফুকন দেৱো এই নীতিৰেই সমৰ্থক আছিল আৰু এই নীতিৰেই বৃহৎ অসমীয়া জাতি গঠনৰ পোষকতা কৰিছিল। বহিঃ প্ৰদেশৰপৰা আহি অসমত এইদৰে স্থায়ী হৈ পৰা লোকসকলক অসমৰ সকলো বিষয়ৰ জাতীয় স্বাৰ্থত জড়িত কৰি জাতীয় জীৱনৰ পূৰ্ণ বিকাশ সাধন কৰাৰ উদাৰ সংৰক্ষিণী নীতি



ফুকনদেৱে প্ৰচাৰ কৰিছিল তেখেতৰ জোৰাল লেখনী আৰু বক্তৃতাৰে। "অসমীয়া জাতিটোক গোলামী মনোবৃত্তিৰপৰা মুক্ত কৰি তাৰ মনত জাতীয় ভাবৰ সঞ্চাৰ কৰিব নোৱাৰিলে অসমীয়া জাতিয়ে জাতীয় যুদ্ধত জয় লাভ কৰিব নোৱাৰে আৰু সি বহিঃশোষণৰ-পৰা মুক্তি লাভ কৰিবও নোৱাৰে"—সংৰক্ষণীৰ এই নীতি বা ভাৱধাৰাৰ ওপৰত ফুকনদেৱৰ অগাধ বিশ্বাস আছিল। নকলেও হ'ব যে সংৰক্ষিণীৰ প্ৰতিষ্ঠাতা স্বৰ্গীয় অম্বিকাগিৰী ৰায় চৌধুৰী ফুকনদেৱৰ এজন অতি আত্মীয় বন্ধু আছিল।

সংৰক্ষণী সভাৰ প্ৰথম অধিবেশন বহে 'পাণ্ডু নগৰ' (গুৱাহাটী)ৰ কংগ্ৰেছ মণ্ডপত ইং ১৯২৬ চনৰ ৩১ ডিচেম্বৰ তাৰিখে গড়মূৰীয় সত্ৰাধিকাৰ পৰম পূজ্যপাদ বৈকুণ্ঠগামী পীতাম্বৰ দেৱ গোস্বামীৰ সভা-পতিত্বত। প্ৰভু ঈশ্বৰ আছিল ঘোৰ গান্ধীবাদী, আৰু অসম কংগ্ৰেছৰ তৎকালীন শীৰ্ষস্থানীয় নেতাসকলৰ অন্যতম নেতা। ইয়াৰ পৰাই অনুমান কৰাত লেশমানো অসুবিধা নহয় যে সংৰক্ষিণী-নীতিৰ প্ৰতি সেই সময়ৰ কংগ্ৰেছী নেতাসকল বিৰুদ্ধ ভাবপন্ন নাছিল। সেয়েই কংগ্ৰেছীনেতা গোস্বামী প্ৰভু আৰু ফুকনদেৱে সংৰক্ষিণী সভাত সমৰ্থন জনোৱাত কোনো বাধা পোৱা নাছিল, আৰু এই সভাৰ অধিৱেশন কংগ্ৰেছ মণ্ডপতে সুসম্পন্ন হব পাৰিছিল।

সংৰক্ষিণীৰ দ্বিতীয় অধিৱেশনৰ সভাপতিৰ আসন অলংকৃত কৰিছিল স্বনামধন্য নেতা বাগ্মীবৰ নীলমণি ফুকন দেৱে ইং ১৯৩৩ চনত। এই সভাতেই ফুকন দেৱৰ স্বভাৱসুলভ ওজস্বিনী বক্তৃতাত সংৰক্ষিণী সভাৰ মূলতত্ত্ব স্পষ্টভাৱে প্ৰকাশ পায়, আৰু বহুলভাৱে প্ৰচাৰ হয়। বাগ্মীবৰ ফুকন দেৱ অসমৰ চুকে-কোণে অসংখ্য সভা-সমিতিলৈ আমন্ত্ৰিত হৈ বায়, সেই সভাবিলাক যি উদ্দেশ্যৰেই, হওঁক, তেখেতে তেখেতৰ বাক্‌পটুতা আৰু চাতুৰ্য গুণেৰে তাৰ মাজতেই অসমীয়া জাতি গঠনৰ আৱশ্যকতা অৰ্থাৎ সংৰক্ষিণী সভাৰ মূলকথা প্ৰচাৰ কৰিবলৈ নাপাহৰে। চমুকৈ কবলৈ গলে ফুকনদেৱৰ ৰাজনৈতিক

জীৱনত সংৰক্ষিণীৰ প্ৰভাৱ উলাই কৰিব লগা বিধৰ নহয় ; তেখেত আছিল সংৰক্ষণীৰ অন্যতম পৃষ্ঠপোষক। ফুকনদেৱৰ কাৰ্য্যকাল ছোৱাত সংৰক্ষিণীৰ প্ৰচাৰ বহুলভাৱে হৈছিল আৰু অসমীয়া ৰাইজেও ইয়াৰ আৱশ্যকতা উপলব্ধি কৰিছিল। তেখেতৰ সম্পাদিত 'বাতৰি'ৰ জৰিয়তে তেখেতে আমাৰ মানুহৰ অন্তৰত অসমীয়া ভাবৰ প্ৰেৰণা যোগাইছিল, আৰু তেনে প্ৰচাৰক অসমতে খাই-বৈ অসমৰে জলবায়ু সেৱন কৰি উদাৰমনা অসমী আইৰ অমৃতময় স্তন্যধাৰা পান কৰি জীপ লৈ থকা এক বিশেষ শ্ৰেণীৰ লোকে 'বঙাল খেদা আন্দোলন' আখ্যা দিছিল। এই 'বঙাল খেদা আন্দোলন'ৰ নেতাৰ বাব পাইছিল শ্ৰদ্ধেয় ফুকনদেৱ, অসম কেশৰী অম্বিকাগিৰি আৰু সংৰক্ষিণীৰ অন্যান্য কৰ্ম্মীসকলে। ওপৰত উনুকিয়াই অহা হৈছে যি কাৰণত 'বাতৰি' ছপা কৰিবলৈ অনা-অসমীয়া ছপাখানাই অনিচ্ছা প্ৰকাশ কৰিছিল, আৰু যিহৰ ফলত 'বাতৰি প্ৰেছ'ৰ প্ৰতিষ্ঠা হৈছিল। এই কথা আমাক ফুকনদেৱে নিজ মুখে কৈছিল। উক্ত 'বাতৰি প্ৰেছ' বৰ্তমানো ফুকনদেৱে শেষ নিশ্বাস পেলোৱা তেখেতৰ বাসভৱনৰ চৌহদতে চলি আছে।

'অসম সংৰক্ষিণী সভা'ৰ তৃতীয় অধিৱেশন বহে গোৱালপাৰাৰ ৺বিপিন চন্দ্ৰ ঘোষ বি. এল. ডাঙৰীয়াৰ সভাপতিত্বত গুৱাহাটীত। এই অধিৱেশনত ভালে কেইজন পাহাৰী জনজাতীয় প্ৰতিনিধিয়েও যোগ দিছিল, আৰু সংৰক্ষিণী নীতিৰ প্ৰতি তেওঁলোকে অকুণ্ঠ সমৰ্থন জনাইছিল। সংৰক্ষিণীৰ এনে প্ৰচাৰ আৰু প্ৰসাৰৰ মূলতে আছিল অসমৰ দুজন অবিসম্বাদী নেতা—সংৰক্ষিণীৰ প্ৰতিষ্ঠাপক ৺অম্বিকাগিৰী ৰায়চৌধুৰী আৰু ৺ফুকনদেৱ। জাতিৰ চৈতন্যহীনতাই সকলো জাতীয় দুৰ্দ্দশাৰ ঘাই কাৰণ। অসমীয়াৰ মাজত জাতীয় চৈতন্যবোধ জগাই তোলাটোৱেই ৰায়চৌধুৰী তথা সংৰক্ষিণীৰ প্ৰথম আৰু প্ৰধান উদ্দেশ্য আছিল। সেই উদ্দেশ্যকে পূৰ্ণভাৱে সমৰ্থন জনাইছিল বাগ্মীবৰ ফুকন ডাঙৰীয়াই। ইয়াৰ পাছৰ ৪ৰ্থ অধিৱেশন বহে ১৯২৫ চনৰ এপ্ৰিলত, মঙ্গলদৈত। এই অধিৱেশনত সভাপতিত্ব



কৰিছিল ধুবুৰীৰ স্বনামধন্য আইনবিদ ৺প্ৰমথ নাথ চক্ৰৱৰ্তী বি. এল ডাঙৰীয়াই। এই অধিৱেশনতো জনজাতীয় লোক সমন্বিতে বহুসংখ্যক লোকে যোগ দিছিল, আৰু সংৰক্ষিণী নীতি আৰু ইয়াৰ উদ্দেশ্যৰ ব্যাপকভাৱে সঁহাৰি জনাইছিল। চিন্তাধাৰা, মনৰ ভাবআৰু কৰ্মৰ প্ৰতি অনুৰাগ এই সকলো বিষয়ত মিল থকা দুজন সিংহ পুৰুষ ৰায়চৌধুৰী আৰু ফুকনৰ অশেষ যত্নত সংৰক্ষিণী সভাই বিশেষ সমাদৰ আৰু সমৰ্থন লাভ কৰাটো সংৰক্ষিণী বিৰোধী স্বাৰ্থান্ধ দল এটাই সমূলি ভাল নেপাইছিল, আৰু তেওঁলোকৰ ভুৱা নেতৃত্বৰ মুখাখন খহি পৰাৰ ভয়ত ভীত হৈ পৰি পাৰ্যমানে ইয়াৰ অনিষ্ট সাধনৰ চেষ্টা চলাইছিল। ফুকনদেৱ সভাই-সমিতিয়ে যেতিয়াই যলৈকে গৈছিল, এনেকি সামাজিক পৰ্ব-উৎসৱাদিত যোগ দিওঁতেও কথা-প্ৰসঙ্গত সংৰক্ষিণী নীতি আৰু অসমীয়াৰ কৰ্তব্যৰ বিষয়ে সোঁৱৰাই দুআষাৰ নোকোৱাকৈ নাথাকিছিল। এয়েই আছিল শ্ৰদ্ধেয় নেতাজনৰ অসম তথা অসমীয়া জাতিৰ প্ৰতি থকা নিস্বাৰ্থ দেশপ্ৰেম আৰু স্নেহৰ নিদৰ্শন।

এনেভাৱেই উজ্জ্বল ভৱিষ্যতৰ অফুৰন্ত আশা বুকুত বান্ধি সংৰক্ষিণীৰ পঞ্চম অধিৱেশন অসমীয়া ভাষা সংস্কৃতিৰ অন্যতম পৃষ্ঠপোষক সাহিত্যিক ৺পদ্মনাথ গোহাঁই বৰুৱাদেৱৰ সভাপতিত্বত ইং ১৯৩৫ চনত সুসম্পন্ন হয়। এই অধিৱেশনো সাফল্যমণ্ডিত হৈছিল, আৰু গোহাঁই বৰুৱাদেৱৰ আহ্বানৰ প্ৰতি সঁহাৰি পোৱা গৈছিল। দাৰিদ্ৰ্যৰ উৎকট তাড়নালৈ ভ্ৰূক্ষেপ নকৰি প্ৰতিষ্ঠাতা ৰায়চৌধুৰীদেৱে নিৰৱচ্ছিন্ন ভাৱে সংৰক্ষিণীৰ প্ৰচাৰ কাৰ্য চলাই গৈছিল আৰু ইয়াৰ আগ মুহূৰ্তৰ পৰা সাধাৰণ সম্পাদকৰ দায়িত্ব ভাৰ গ্ৰহণ কৰিছিল। নগাওঁ অধিৱেশনৰ পাছত সংৰক্ষিণী সভাৰ আৰু কোনো অধিৱেশন নহ'ল। সভাৰ কৰ্ম্মীসকলৰ মাজত বিশৃঙ্খলাই দেখা দিয়াত বুকুৰ তেজ দি গঢ় দিয়া এই অনুষ্ঠানটোৰ ভাৰ ৰায়চৌধুৰীদেৱে এৰি দিলে, যাৰ ফলত সংৰক্ষিণীৰ অস্তিত্ব হেৰাই গ'ল। দুজন ভীমকৰ্মা নেতাৰ পৰিশ্ৰমৰ

ইমানতে ইতি পৰিল। স্বাৰ্থান্ধ কিছুমান নেতাই তেওঁলোকৰ কূটকৌশলত জয়ী হ'ল।

সংৰক্ষিণীৰ মহান উদাৰ নীতিৰ তাৎপৰ্য বুজি নোপোৱা বা বুজিও ব্যক্তিগত স্বাৰ্থত মোহান্ধ হৈ নুবুজাৰ ভাও ধৰা আৰু লোককো ভুল ব্যাখ্যা দিয়া এচাম তথাকথিত নেতাৰ জাতিদ্ৰোহৰ পৰিণাম অসমীয়া জাতিয়ে আজিও ভোগ কৰিব লাগিছে। কিন্তু তথাপি চেতনা হোৱা নাই। ফুকন ডাঙৰীয়াই মৃত্যু কাললৈকে এই কথা লক্ষ লক্ষ বাৰ কলে; অসমীয়াৰ কৰ্ণগোচৰ হৈয়ো, কাৰ্য্যক্ষেত্ৰত ইয়াক প্ৰয়োগ কৰিবলৈ সমৰ্থ নহ'ল। এই জাতীয় অনুষ্ঠানটোৰ জন্মদাতা অক্লান্ত কৰ্মী, নিস্বাৰ্থ দেশসেৱক, মহান ত্যাগী, নিৰ্ভীক জাতীয়তাবাদী আদৰ্শপুৰুষ অম্বিকাগিৰীয়ে ইং ১৯৩৬ চনত সংৰক্ষিণী সভাৰ ভাৰ এৰি দি অৰ্থাৎ সংৰক্ষিণী সভা ভঙ্গ কৰি অসমীয়া ৰাজহৰ ওচৰত ক্ষমা বিচাৰিছিল। সেই সময়ত শ্ৰদ্ধাষ্পদ ফুকন ডাঙৰীয়া সমন্বিতে সংৰক্ষিণীৰ সমৰ্থকসকলৰ মনত কেনে প্ৰতিক্ৰিয়া হৈছিল, সহজেই অনুমেয়।

সংৰক্ষিণী সভাৰ ভাৰ এৰি দি দুবছৰৰো অধিক কাল ৰায়চৌধুৰী-দেৱে তেখেতৰ নিজ আদৰ্শ আৰু নীতি তেখেতৰ সম্পাদিত 'ডেকা অসম'ৰ জৰিয়তে প্ৰচাৰ কৰে। এই কালছোৱাৰ ভিতৰতে তেখেতৰ মতাৱলম্বী কিছুসংখ্যক জাতীয়তাবাদী লোকে তেখেতক পুনৰ এই অনুষ্ঠানটো গঢ়ি তুলিবলৈ আহ্বান জনায়। এই প্ৰবন্ধৰ লেখকে বাগ্মীবৰ ফুকন আৰু ৰায়চৌধুৰী দেৱৰপৰা শুনামতে ৺ বিদ্যাধৰ শৰ্মা, শ্ৰীৰমা বৰঠাকুৰ, ৺ৰত্নকান্ত বৰকাকতী, শ্ৰীঅশ্বিনীচৰণ চৌধুৰী আৰু অন্যান্য বহুকেইজন লোকে তেখেতক উদগনি দিছিল। ইয়াৰ ফলতেই সংৰক্ষিণী সভাৰ মূলনীতি, আদৰ্শ আৰু লক্ষ্যৰ বিশেষ সালসলনি নকৰাকৈ 'অসম জাতীয় মহাসভা'ৰ দ্বাৰ উন্মোচন কৰে নগাৱঁৰ ধিঙত। ফুকনদেৱ এই 'অসম জাতীয় মহাসভা'ৰো ঘোৰ সমৰ্থক আছিল, আৰু ১৯৪১ চনৰ এপ্ৰিল মাহত গোবেশ্বৰৰ ৩য় বাৰ্ষিক অধিৱেশনত সভাপতিত্ব কৰিছিল শ্ৰদ্ধেয় ফুকন ডাঙৰীয়াই। অসংখ্য ন-অসমীয়াই



(পমুৱা হিন্দু-মুছলমান) এই সভাত দলে দলে যোগ দি সভাৰ গুৰুত্ব বঢ়াইছিল, আৰু সভাপতি ফুকনদেৱৰ সহজ-সৰল বক্তৃতাত মুগ্ধ হৈ' মুক্তকণ্ঠে তেওঁলোকে অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমীয়া হৈ যোৱাৰ প্ৰতিশ্ৰুতি দিছিল। সভাপতিৰ বক্তৃতাত 'অসম জাতীয় মহাসভা'ৰ নীতি, আদৰ্শ, লক্ষ্য সকলোবিলাক স্পষ্টভাৱে ফুটি উঠিছিল, যাৰ ফলত ন-পুৰণি সকলো অসমীয়াই জাউৰিয়ে জাউৰিয়ে হাত চাপৰিৰে সমৰ্থন জনাইছিল। ইয়াৰ পাছত ফুকন দেৱে বিভিন্ন ৰাজহুৱা কামত (ভাৰত ত্যাগ আন্দোলনত যোগদান, অসম সাহিত্য সভাৰ সভাপতি, বিধান সভাৰ সদস্য, বিশ্বশান্তি কংগ্ৰেছ ইত্যাদি) আত্ম-নিয়োগ কৰে যদিও ওপৰত উনুকিয়াই অহাৰ দৰে যেতিয়াই যলৈকে যায় তাতেই অসমীয়া জাতীয়তাবাদৰ কথা নোকোৱাকৈ নাথাকে। মৃত্যু-কাললৈকে, আমাক লগ পালেই তেখেতে 'সংৰক্ষিণী', 'অসম জাতীয় মহাসভা' আৰু অম্বিকাগিৰী ৰায়চৌধুৰীৰ কথাক সবাতোকৈ আগভাগ দিছিল, "অম্বিকাৰ দৰে নিস্বাৰ্থ দেশকৰ্মী ভাগ্যবান জাতিয়েহে পায়"—এয়াই ৰায়চৌধুৰীৰ ওপৰত তেখেতৰ মত। বাগ্মীবৰ ফুকনৰ অসমীয়া জাতীয়তাবাদ ভাৰতীয় মহাজাতীয়তাবাদ তথা বিশ্ব জাতি সংঘৰ ক্ষুদ্ৰ সংস্কৰণ। "ক্ষুদ্ৰৰ অস্তিত্ব অস্বীকাৰ কৰি বিৰাটৰ অস্তিত্বক স্বীকাৰ কৰা অমূলক কথা।"—এয়েই তেখেতৰ মত, যি মত বা সিদ্ধান্তত আমাৰ বিশ্বাস—তৰ্কৰ স্থান নাই। দেশপ্ৰাণ ৰায়চৌধুৰী দেৱৰো মত—"মোৰ অস্তিত্ব নহ'লে যেনেকৈ বিশ্বৰ অস্তিত্ব নাই, সেইদৰে অসমৰ অস্তিত্ব নাথাকিলেও ভাৰতৰ অস্তিত্ব থাকিব নোৱাৰে।"

ইং ১৯৭৪ চনৰ আগষ্ট মাহৰ শেষৰ ফালে, তেখেতৰ শৰীৰ ভাল নহয় বুলি শুনি আমি খবৰ লবলৈ বুলি গৈছিলোঁ। তেখেতে চ'ৰাতে অকলশৰে খবৰ কাগজ এখন পঢ়ি আছিল। আমাক দেখিয়েই "বহক" বুলি কৈ আৰম্ভ কৰিলে,—"অম্বিকা গ'ল, (ৰায়চৌধুৰীদেৱক তেখেতে অম্বিকা বুলিয়েই কৈছিল) সংৰক্ষিণীৰ কথাও অন্ত পৰিল; আমি, অসমৰ অসমীয়া জাতি, তাৰ ভাষা, সংস্কৃতি, কৃষ্টি, কলা জীয়াই

ৰাখিবলৈ যি পাৰোঁ কৰিলোঁ। এতিয়া আপোনালোক হাত সাৱটি বহি থাকিলে আমাৰ উত্তৰ পুৰুষে আপোনালোকক ক্ষমা নকৰে। আত্মৰক্ষা কৰিবলৈ শিকিব লাগে, আত্মৰক্ষা পৰম ধৰ্ম। অসমীয়াই অসমত আত্মৰক্ষা কৰি উন্নত প্ৰণালীৰে জীৱন যাত্ৰা নিৰ্বাহ কৰিবলৈ কৰা যত্ন কাৰোপ্ৰতি হিংসা ভাবৰ নহয়। অসমীয়াৰ জাতীয় জীৱনত বিজাতীয় প্ৰভাৱ পৰিবলৈ নিদি সকলো প্ৰকাৰৰ উন্নতি সাধি ভাৰতৰ অন্য প্ৰদেশবিলাকৰ সৈতে সম-মৰ্য্যাদাৰে ভাৰতত বৰ্ত্তি থকা আৰু ভাৰতৰ উন্নতি সাধনত সহায় কৰা আমাৰ অপৰিহাৰ্য্য কৰ্ত্তব্য; কিন্তু অসমীয়াৰ সকলো বিসৰ্জন দি ভাৰতীয় হোৱাৰ অৰ্থ হৈছে অসমৰ আত্ম-হত্যা। আপোনালোক সংৰক্ষিণীৰ ভকতসকলে এইবোৰ কথা পাহৰি নাযাব, কৰ্মইহে জীৱন"। কথাৰ মাজতে সুধি পেলালোঁ—তেখেতৰ স্বাস্থ্যৰ কথা। লগতে, কিছুদিন আগতে হৈ যোৱা মোৰ মাজু ল'ৰাটোৰ বিয়ালৈ নগ'ল কিয় বুলি অভিযোগৰ সুৰত সোধাত কলে—"এৰা, সেইটো দোষ হ'ল—পাছে ইচ্ছাকৃত নহয়। সেইদিনা মোৰ মিটিং এখন আছিল। ঘূৰি আহোঁতে সন্ধ্যা লাগিল। ইফালে পেনপেনীয়া বৰষুণ। মোৰ গাড়ী-ঘোৰা নাই। সেয়েই যোৱা নহ'ল, বেয়া নাপাব। মই আন এদিন গৈ খাই আহিম গৈ, মাতিব।" ময়ো তাতে আনন্দ-চিত্তে সন্মতি জনালোঁ। কেইদিনমান পাছত গৈ, ১০ ছেপ্তেম্বৰৰ দিনা (সেইদিনা লেখকৰ ৬৯ তম্ জন্ম দিৱস আছিল) কিবা অসুবিধা আছে নেকি সোধাত, তেখেতৰ ডায়েৰীখন মেলি চাই কলে— "নাই, একো অসুবিধা নাই। যাব পাৰিম; পাছে মোক নিয়াব লাগিব। মোৰ যান-বাহন নাই।" আমি অহা-যোৱাৰ সুবিধা কৰিম বুলি কৈ নিৰ্দিষ্ট দিনত দিনৰ ১১ বজাত গাড়ী এখন পঠিয়াই অনালোঁ। তেতিয়া তেখেতৰ বাৰ্দ্ধক্যজনিত দুৰ্বলতা বিদ্যমান। সেয়ে হলেও কণ্ঠস্বৰ ডেকাতকৈও দৃঢ়। অন্য কথা নাই,—মাথোন দেশৰ চিন্তা, দেশৰ কথা, সংৰক্ষিণী নীতিৰ কথা; আৰু তাক যে অসমীয়াই পালন নকৰিলে নিস্তাৰ নাই,—তাক প্ৰতিপন্ন কৰা, আৰু তেখেতৰ 'বাতৰি'ৰ আমোলৰে পৰা লিখা



কিছুমান কথাৰ বিষয়ে আমাঁক সোঁৱৰাই দিয়া। এই দৰেই সেই দিনাৰ দিনটোৰ প্ৰায় ৫ ঘণ্টা কাল দেশৰ কথা শুনি, তেখেতৰ সজ পৰামৰ্শ শুনি অতি আনন্দেৰে গ'ল। আনকি খাবলৈ বহিও 'অম্বিকা'ৰ কথা স্মৰণ কৰিছিল এই জননেতাজনে। অসমী আইৰ এনে এজন গুণী সন্তানৰ সান্নিধ্য লাভ কৰি কি যে আনন্দ পাইছিলোঁ, তাক লিখি প্ৰকাশ কৰিব নোৱাৰোঁ। সেইদিনা বতৰ ডাৱৰীয়া আৰু বৃষ্টিপাত হোৱাত, সম্ভৱতঃ তেখেতে যাবলৈ খৰখেদা কৰা নাছিল। পাছত আমি পুনৰ তেখেতক তেখেতৰ বাস ভৱনত থোৱাৰ ব্যৱস্থা কৰিলোঁ। যাওঁতে মাথোন কলে—"কথা পাতি ভাল পালোঁ। দেশখনৰ চিন্তা নেৰিব।" এইজনা সৰ্বগুণী পুৰুষৰ স্মৃতিত, যাৰ জীৱনৰ সপোন আছিল সোণৰ অসম আৰু সুস্থ সবল অসমীয়া জাতি গঠন, শ্ৰদ্ধাৰে শিৰ দোঁৱাইছোঁ।



# সংগঠন-পটু বাগ্মীবৰ ফুকন

—শ্ৰীডিম্বেশ্বৰ শৰ্মা

কুৰি শতিকাৰ অসমৰ সৰ্বশ্ৰেষ্ঠ সংগঠক আৰু সমাজসেৱক লোকসকলৰ ভিতৰত ১৯৭৮ চনৰ ২১ জানুৱাৰীৰ নিশা ৯৭ বছৰ ৭ মাহ বয়সত ইহধাম পৰিত্যাগ কৰা মহানুভৱ পুৰুষ বাগ্মীবৰ নীলমণি ফুকনো এজন। চিৰকুমাৰ ব্ৰতী আৰু একপ্ৰকাৰ সংসাৰ বিৰাগী ককা ফুকনে নিজেই নিজৰ বিষয়ে ৰগৰ কৰি ক'বৰ দৰে নীল-মণি ( Nil-money ) ফুকন ডাঙৰীয়া আছিল মনে প্ৰাণে সমাজ-সেৱক। তেজীপুৰুষ ফুকন ডাঙৰীয়াৰ প্ৰতিটো কথা, প্ৰতিটো খোজতে সংগঠনপটুতা ফুটি উঠিছিল। মানুহৰ কৰ্ম জীৱনৰ দুটা প্ৰধান শত্ৰু হ'ল আলস্য আৰু দীৰ্ঘসূত্ৰতা। অনলস, আৰু শ্ৰীমদ্ভগৱদ্‌গীতাৰ ভাষাৰে ক'বলৈ গ'লে 'গুড়াকেশ' ( তন্দ্ৰাবিজয়ী ) ফুকন ডাঙৰীয়াক যেতিয়াই যি ৰাজহুৱা কামত বিচৰা হৈছিল, তাতেই পোৱা গৈছিল। আন বহুতো তথাকথিত 'ডাঙৰবিধ'ৰ সমাজসেৱকৰ দৰে ফুকন ডাঙৰীয়াৰ আত্মাভিমান আৰু উৎকট মৰ্যাদাবোধ নাছিল। ডেৰকুৰি-দুকুৰিখন কিতাপেৰে আৰু বাঁহ-খেৰৰ ছালি এখন দি আৰম্ভ কৰা গাঁৱৰ অকনমাণ পুথিভঁড়াল এটি মুকলি কৰিবলৈ ফুকন ডাঙৰীয়াক নিমন্ত্ৰণ কৰিলেও অন্য ব্যস্ততা নাথাকিলে ফুকন ডাঙৰীয়াই তৎক্ষণাৎ আনন্দ মনেৰে গ্ৰহণ কৰিছিল, আৰু নিৰ্দিষ্ট দিনৰ দিনলিপি চাই ঠিক সময়তে উক্ত ঠাইলৈ যাবলৈ সাজ-পাৰ কৰি মূৰত গান্ধীটুপীটি লগাই হাতত লাখুটিডাল লৈ আগফালৰ চ'ৰাত বহি আছিল। উক্ত পুথি-ভঁড়ালৰ সভাখনত জনসংখ্যা ডেৰকুৰিজনেই হওক বা দহ হাজাৰেই হওক, আৰু সমবেত ৰাইজ নিৰক্ষৰ বনুৱা খেতিয়কেই হওক বা শিৰফুটা পণ্ডিতেই হওক, ফুকন ডাঙৰীয়াই তালৈ ভ্ৰূক্ষেপ নকৰিছিল। ফুকন ডাঙৰীয়াৰ উদ্দীপনাময়ী বক্তৃতাৰ শক্তিয়ে চাৰিওফালৰ জনতাক চুম্বকে



লোক আকৰ্ষণ কৰি অনাৰ দৰেই টানি আনিছিল, আৰু এইদৰে ফুকন ডাঙৰীয়াৰ তেজী বক্তৃতাৰ জোৰতে উজনি অসমত অগণন পুথিভঁড়াল, প্ৰাথমিক বিদ্যালয়, মাধ্যমিক বিদ্যালয়, উচ্চ মাধ্যমিক বিদ্যালয়, মহাবিদ্যালয়, সাংস্কৃতিক অনুষ্ঠান, সমবায় প্ৰতিষ্ঠান আদি গঢ়ি উঠিছিল। চিৰকুমাৰ, সন্তান-সন্ততিহীন ফুকন ডাঙৰীয়া এইদৰেই অগণন ৰাজহুৱা অনুষ্ঠানৰ পিতৃস্বৰূপ আছিল। উজনি অসমত একেসময়তে অন্ততঃ ডেৰকুৰি খনকৈ মাধ্যমিক বিদ্যালয়, উচ্চমাধ্যমিক বিদ্যালয়, প্ৰাথমিক বিদ্যালয়, পুথিভঁড়াল আদিৰ পৰিচালনা সমিতিৰ প্ৰতিষ্ঠাতা সভাপতি আছিল ফুকন ডাঙৰীয়া। শিক্ষামূলক অনুষ্ঠান গঢ় দিয়া বিষয়ত ফুকন ডাঙৰীয়াৰ অসাধাৰণ কৃতিত্বৰ কথা আমি নতশিৰে স্বীকাৰ কৰিব লাগিব। এই প্ৰবন্ধলেখক প্ৰত্যক্ষভাৱে জড়িত থকা ভালেকেইটি শিক্ষানুষ্ঠানৰো প্ৰতিষ্ঠাতা সভাপতি আছিল অতি শ্ৰদ্ধাৰ ককা বাগ্মীবৰ নীলমণি ফুকন।

শিক্ষাপ্ৰেমী আৰু সংগঠনপটু কীৰ্তিশালী ফুকন ডাঙৰীয়াৰ জীৱনৰ সৰ্বশ্ৰেষ্ঠ কীৰ্তি হ'ল—১৯১২ চনত প্ৰতিষ্ঠিত ডিব্ৰুগড়ৰ চিৰগৌৰৱময় মাধ্যমিক বিদ্যালয় ডিব্ৰুগড় জৰ্জ-ইনষ্টিটিউশ্বন। ঊনবিংশ শতিকাৰ দৰেই বিংশ শতিকাৰ প্ৰথম তিনি দশকতো অসমৰ শিক্ষা জগতত এক গভীৰ অন্ধকাৰে বিৰাজ কৰিছিল, তেতিয়াৰ কালত অসমৰ জিলাবিলাকৰ সদৰঠাই বিলাকত একোখনিকৈ উচ্চ মাধ্যমিক চৰকাৰী বিদ্যালয় থকাৰ বাহিৰে অন্য উচ্চ মাধ্যমিক বিদ্যালয় কাচিৎ ক'ৰবাতহে একোখনি স্থাপিত হৈছিল। ব্যক্তিগত বা ৰাজহুৱা উদ্যোগত এনেধৰণে যি কেইখনি মাধ্যমিক বিদ্যালয় স্থাপিত হৈছিল, প্ৰতি খনৰে আঁতি-গুৰি বিচাৰিবলৈ হ'লে সেই যুগৰ কেইজনমান আশাশুধীয়া শিক্ষাব্ৰতীৰ অশেষ কষ্ট আৰু ত্যাগৰ স্পষ্ট ছবি ওলাই পৰিব। উজনি অসমত সেই শিক্ষাৰ অন্ধকাৰ যুগত কেইজনমান লেখত ল'ব লগীয়া শিক্ষাব্ৰতী আছিল স্বনামধন্য দীননাথ বেজবৰুৱাৰ পুত্ৰ গোবিন্দ চন্দ্ৰ বেজবৰুৱা আৰু শ্ৰীনাথ বেজবৰুৱা ( এওঁলোক সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ

জ্যেষ্ঠ ভাতৃ ), উপেন্দ্ৰনাথ বৰুৱা ( যোৰহাট শংকৰদেৱ চেমিনেৰীৰ প্ৰতিষ্ঠাতা ) অজধৰ বৰুৱা ( জাঁজী বিদ্যালয়ৰ প্ৰতিষ্ঠাতা ) আৰু ডিব্ৰুগড়ৰ স্বনামধন্য বাগ্মীবৰ নীলমণি ফুকন। ১৯০৭ চনত কোচবিহাৰ মহাবিদ্যালয়ৰ পৰা তেতিয়াৰ দিনৰ দুৰ্লভ বি. এ. ডিগ্ৰী লাভ কৰিও আজন্ম সমাজসেৱক ফুকনে কোনো চৰকাৰী উচ্চ পদলৈ অভিলাষ নকৰি সমাজসেৱাতে মন-প্ৰাণ ঢালি দিলে। বি. এ. ডিগ্ৰী লাভ কৰিয়েই ফুকন ডাঙৰীয়াই চৰকাৰী চাকৰিত যোগ দিয়া হ'লে সম্ভৱতঃ জিলাৰ বৰচাহাব ( উপযুক্ত ) বা তেনে পদমৰ্যদাৰ পৰাই এদিন অৱসৰ ল'ব লাগিলহেঁতেন। কিন্তু ৯৭ বছৰ ৭ মাহ বয়সলৈকে দীৰ্ঘ কৰ্মময় জীৱনৰ প্ৰতিশ্ৰুতি জন্মতেই লৈ অহা তেজস্বীপুৰুষ ফুকনৰ জীৱনত কৰ্মই প্ৰাণস্বৰূপ; অৱসৰৰ ইয়াত প্ৰশ্নই নুঠে। ৫ বছৰকাল নানাধৰণে সমাজসেৱাত লিপ্ত হোৱাৰ পাছত ১৯১২ চনত ফুকন ডাঙৰীয়াই ডিব্ৰুগড়ত আৰম্ভ কৰিলে জৰ্জ ইন্‌ষ্টিটিউট্—এইখনেই আছিল ব্ৰহ্মপুত্ৰৰ উত্তৰে-দক্ষিণে জুৰি থকা সুবিস্তৃত লক্ষীমপুৰ জিলাৰ দ্বিতীয়খন উচ্চ মাধ্যমিক বিদ্যালয় আৰু প্ৰথমখন বেচৰকাৰী বিদ্যালয়। সমগ্ৰ অসমতে তেতিয়া উচ্চমাধ্যমিক বিদ্যালয়ৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা আছিল। তেতিয়াৰ দিনত বৃটিছ চৰকাৰৰ নীতি আছিল তেওঁলোকৰ শাসনকাৰ্যত সহায় কৰিব পৰাকৈ অতি মুষ্টিমেয় সংখ্যক লোকক ইংৰাজী শিক্ষা দিয়াটোহে তাকো এটা সীমালৈকেহে ; অৰ্থাৎ সেইকেজন শিক্ষিতেও কথামপি প্ৰৱেশিকাৰ দেওনা পাৰ হ'লেই যথেষ্ট। সেয়েহে অসমত মহাবিদ্যালয়যে নাছিলেই, মাধ্যমিক বিদ্যালয়ো সংখ্যাত অতি সীমিত কৰি ৰাখিছিল। নতুনকৈ এনে একোখন বিদ্যালয় প্ৰতিষ্ঠা হোৱা দেখিলে বৃটিছ চৰকাৰে সমাদৰ যে নজনাইছিলেই,—যি কোনো 'কিন্তু' উলিয়াই ভাঙি দিয়াৰ চেষ্টা চলাইছিল। তেতিয়াৰ দিনৰ মুষ্টিমেয় সংখ্যক প্ৰতিখন বেচৰকাৰী বিদ্যালয়ৰ উত্থান-পতনৰ ইতিহাসে তেতিয়াৰ স্বদেশীসকলৰ শিক্ষাৰ প্ৰতি বৃটিছৰ মনোভাবৰ স্পষ্ট আভাস দিব।



আজীৱন দেশসেৱক, দৃঢ়সংকল্পব্ৰতী আৰু শিক্ষানুৰাগী মহানুভৱ পুৰুষ নীলমণি ফুকনে স্থানীয় বিদ্যানুৰাগী ৰাইজৰ সহায়ত সেই অন্ধকাৰ যুগতো অশেষ ত্যাগ আৰু কষ্ট স্বীকাৰ কৰি ডিব্ৰুগড় জৰ্জ ইন্‌ষ্টিটিউটক এটি চকুত লগা শিক্ষানুষ্ঠান কৰি গঢ়ি তুলিলে। এই বিদ্যালয়ৰ স্থায়ী মাটি, ঘৰ, দুৱাৰ, ছাত্ৰাবাস আদি সম্পূৰ্ণ কৰি আৰু বিদ্যালয় খনিয়ে কলিকতা বিশ্ববিদ্যালয়ৰ স্বীকৃতি তথা অসমৰ বৃটিছ চৰকাৰৰ স্থায়ী অনুদান পোৱাৰ পাছত ১৯২৭ চনলৈকে সুদীৰ্ঘ ১৫ বছৰ কাল উক্ত বিদ্যালয়ৰ প্ৰধান শিক্ষক আৰু সম্পাদকৰ বাব কৃতিত্বেৰে চলোৱাৰ পাছত ফুকন ডাঙৰীয়াই জীৱনৰ কৰ্মক্ষেত্ৰ আহল-বহলভাৱে গঢ়ি তুলিবৰ বাবে তাৰ পৰা আঁতৰি আহে। জৰ্জ ইন্‌ষ্টিটিউটৰ ঘৰ-দুৱাৰ আদি সজা কামত দান বৰঙণি সংগ্ৰহ কৰাত ফুকন ডাঙৰীয়াই অসামান্য কৃতিত্বৰ পৰিচয় দিছিল। এই চোৱা কালতে শেষৰফালে ৫ বছৰলৈ ফুকন ডাঙৰীয়া অসম বিধান সভাৰ সদস্যও হৈছিল, আৰু য়ুৰোপীয় চাহাবসকলৰ লগত চা-চিনাকি বন্ধুত্ব থকাৰ বাবে ফুকন ডাঙৰীয়াই বাগিচাৰ চাহাবসকলৰপৰাও উল্লেখযোগ্য দান-বৰঙণি পাইছিল। ক্ৰিকেটখেলাত সৰুৰে পৰা ৰাপ থকা ফুকন ডাঙৰীয়াৰ পৰিচালনাত এসময়ত জৰ্জ ইন্‌ষ্টিটিউটৰ ক্ৰিকেট খেলা দলটো অসমৰ ভিতৰতে নামজ্বলা হৈ পৰিছিল। ফুকন ডাঙৰীয়াই আমাক নিজমুখে কৈছিল যে জৰ্জ ইন্‌ষ্টিটিউটৰ ব্ৰতী প্ৰধান শিক্ষক স্বৰূপে তেখেতক কলিকতা বিশ্ববিদ্যালয়ৰ তেতিয়াৰ খ্যাতনামা উপাচাৰ্য ছাৰ আশুতোষ মুখোপাধ্যায়ে কলিকতালৈ মতাই নি মাধ্যমিক বিদ্যালয়ৰ সমস্যাৰ বিষয়ে বুজ-বাজ লৈছিল।

সংগঠনপটু বাগ্মীবৰ ফুকন ডাঙৰীয়াৰ বিচক্ষণ সংগঠন শক্তিৰ আন এক উজ্জ্বল স্বাক্ষৰ হ'ল ১৯৪৪ চনত পুনৰ সংগঠিত হোৱা অসম সাহিত্য সভা। ১৯১৭ চনত শিৱসাগৰত আৰম্ভ হোৱা আৰু ১৯৭৭ চনত যোৰহাটত হীৰকজয়ন্তী উৎসৱ উলহ-মালহেৰে পালন কৰা অসম সাহিত্য সভাৰ জন্মলগ্নৰপৰাই ইয়াৰ লগত ফুকন ডাঙৰীয়াৰ

নিবিড় সম্বন্ধ আছিল। ১৯১৭ চনৰ প্ৰথম কাৰ্য্যনিৰ্বাহক সমিতিতে ফুকন ডাঙৰীয়া সদস্য হয়, আৰু ১৯৭৭ চনৰ হীৰকজয়ন্তীত তেখেতে বিশিষ্ট অতিথিৰূপে যোগ দিয়ে। এইদৰে একেৰাহে ৬০ বছৰ কাল অসম সাহিত্য সভাৰ লগত জড়িত হৈ থকা লোক অসমত একমাত্ৰ বাগ্মীবৰ ফুকনেই উদাহৰণ। ফুকনে মনে-প্ৰাণে ভাল পোৱা এই অসমৰ সৰ্বশ্ৰেষ্ঠ আৰু সাৰ্বজনীন সাহিত্যানুষ্ঠানটো ১৯৩৯-৪০ৰ দ্বিতীয় বিশ্বমহাযুদ্ধৰ হেঁচাত ভাগি যোৱাৰ দৰে হ'ল। ইয়াৰ মাজতে ফুকনে সংগঠনটো পুনৰুদ্ধাৰ কৰিবলৈ চেষ্টা নকৰাকৈ থকা নাছিল। কিন্তু অসম সাহিত্য সভাৰ মূল কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱন বৃটিছ সামৰিক বিভাগৰ দখলত থকাত আৰু তেতিয়াৰ দিনৰ নামত থকা সম্পাদকৰ অৱহেলাৰ ফলত আৰু মাজতে ফুকন ডাঙৰীয়াও আন্দোলনত লাগি কাৰাগাৰলৈ যাব লগা হোৱাত সেই চেষ্টা পানীৰ ওটেঙা হৈ পৰিছিল। এনে অৱসাদৰ যুগ এটি পাৰ হৈ যোৱাৰ পাছত ১৯৪৪ চনত পদ্মধৰ চলিহা আদিৰ যত্নত জন্মস্থান শিৱসাগৰতে অসম সাহিত্য সভাৰ মুকলি অধিৱেশন (চাৰি বছৰৰ বিৰতিৰ পাছত) শিৱসাগৰত পতা হয়। এইবাৰ 'সভাপতিৰ সিংহপীঠা'ত অধিষ্ঠিত হ'ল ওজস্বী বক্তা আৰু বিচক্ষণ সংগঠক নীলমণি ফুকন ডাঙৰীয়া। উল্লেখযোগ্য যে ইয়াৰ আগলৈকে অসম সাহিত্য সভাৰ সভাপতিসকলে কেৱল মুকলি অধিৱেশনতহে সভাপতিত্ব কৰিছিল; গোটেই কাৰ্যকাল ছোৱা স্থায়ী সভাপতি নোহোৱাকৈয়ে প্ৰধান সম্পাদকৰ নেতৃত্বতে সাহিত্য সভা চলি আছিল। প্ৰথম অৱস্থাত এই ব্যৱস্থাই সুফল দিছিল শৰৎ চন্দ্ৰ গোস্বামীৰ দৰে বিচক্ষণ সম্পাদকৰ নেতৃত্বৰ ফলত। কিন্তু শেষৰ ফালে ইয়াৰ কুফলহে দেখা গ'ল। গতিকে বাগ্মীবৰ ফুকনক সভাপতি পদত পাই সমৱেত সাহিত্য-প্ৰেমীসকলে সাহিত্য সভাৰ সংবিধান সংশোধন কৰি ফুকন ডাঙৰীয়াকেই স্থায়ী-সভাপতি নিৰ্বাচিত কৰিলে। ফুকন ডাঙৰীয়া এইবাৰ পূৰ্ণ উদ্যমেৰে সাহিত্য সভাৰ সংগঠনত লাগিল। অলপ দিনৰ ভিতৰতে সাহিত্য



সভাৰ শূন্য পুঁজি আকৌ টনকিয়াল হৈ উঠিল, শাখা সভাৰ সংখ্যা আৰু সভ্য সংখ্যা বাঢ়িল আৰু সেইছোৱা কালতে ভালেমান আজীৱন সভ্য, (১০১ টকীয়া) কৰি সাহিত্য সভাৰ এটি 'সংৰক্ষিত পুঁজি'ও স্থাপন কৰা হ'ল। ১৯৪৭ চনলৈকে তিনিবছৰ কাল সভাপতিৰ পদত থাকি সাহিত্য সভাক পুনৰ সঞ্জীৱিত কৰাৰ কৃতজ্ঞতাস্বৰূপে ফুকন ডাঙৰীয়াক ১৯৪৭ চনৰ ডিব্ৰুগড় অধিৱেশনলৈকো পুনৰ নিৰ্বাচিত কৰা হ'ল, আৰু এই পদত ফুকন ডাঙৰীয়া ১৯৫০ চনৰ মাৰ্ঘেৰিটা অধিৱেশন পৰ্যন্ত আছিল। একেৰাহে ছয়বছৰ কাল অসম সাহিত্য সভাৰ দৰে অসমৰ সৰ্বশ্ৰেষ্ঠ অনুষ্ঠানটিৰ সভাপতিৰ পদত থকা লোক অসমত একমাত্ৰ বাগ্মীবৰ ফুকনেই। অৱশ্যে ফুকন ডাঙৰীয়া সভাপতিৰ পদত থাকোঁতেই শেষৰ ফালে সাহিত্য সভা নিৰ্জীৱ হৈ আছিল—তৎকালীন প্ৰধান সম্পাদকৰ উদাসীনতাৰ বাবে, আৰু ফুকন ডাঙৰীয়া সেইসময়ত ৰাজনীতিত বৰকৈ লগাৰ বাবে। ফুকন ডাঙৰীয়াই যদি ৰাজনীতি এৰি অকল শিক্ষা আৰু সাহিত্যৰ ক্ষেত্ৰতে জীৱনপাত কৰিলেহেঁতেন, তেতিয়াহ'লে এইজন বহুগুণী পুৰুষৰ মহান অৱদানেৰে অসমৰ শিক্ষা-সাহিত্যৰ ইতিহাস অধিক উজ্জ্বল হ'লহেতেন বুলি অকুণ্ঠভাৱে মানি ল'ব পাৰি। কিন্তু ৰাজনীতিৰ চাকনৈয়াই ফুকন ডাঙৰীয়াক বহুবাৰ বিভ্ৰান্ত কৰিছিল। ফুকন ডাঙৰীয়াৰ বহুশক্তিৰ অপচয় ৰাজনীতিতেই ঘটিল।

অসম জাতীয় মহাসভাৰ সংগঠকসকলৰ ভিতৰতো অসমকেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ পিছতেই বাগ্মীবৰ ফুকনৰ স্থান। গোৱালপাৰা জিলাৰ বঙালীসকলৰ কবলৰ পৰা উদ্ধাৰ কৰিবলৈ ফুকনে এসময়ত গোৱালপাৰা জিলাৰ বিভিন্ন ঠাইত উদাত্ত ভাষণ দি ফুৰিছিল। অসম জাতীয় মহাসভাৰ ১৯৪১ চনত বহা তৃতীয় মুকলি অধিৱেশনত ফুকনেই সভাপতিত্ব কৰিছিল। অসমৰ পিছপৰা সম্প্ৰদায়বিলাকৰ আশানুৰূপ উন্নয়নৰ বাবে ফুকনে যত্নৰ ত্ৰুটী কৰা নাছিল। যোৰহাটত অৱস্থিত হৰিজন মন্দিৰ পৰিচালনা সমিতিৰ

ফুকন বহুবছৰ ধৰি সভাপতি আছিল। দেশপ্ৰাণ কৃষ্ণনাথ শৰ্মা প্ৰতিষ্ঠিত হৰিজন আশ্ৰমৰ লগতো ফুকন বহুবছৰ জড়িত আছিল। অসম চুটিয়া সন্মিলন, কৈৱৰ্ত্ত সন্মিলন, সুত সন্মিলন, মিৰি সন্মিলন আদি পিছপৰা অনুসূচীত জাতিৰ সন্মিলনবিলাকৰ ফুকন বিভিন্ন সময়ত সভাপতি আছিল, আৰু এইবিলাক উন্নয়নমুখী সংগঠনক প্ৰাণৱন্ত বক্তৃতাৰাজিৰে সঞ্জীৱিত কৰি ৰাখিছিল।

বাগ্মীবৰ ফুকন ককাৰ সংগঠনপটুতা আৰু উদাৰ মানৱ প্ৰেমৰ এক উল্লেখযোগ্য চানেকি হ'ল ফুকন ককাৰ আশা-শুধীয়া যত্নতে গঢ়ি উঠা নগাবাটৰ (যোৰহাট মহকুমাৰ দক্ষিণে নগাৰাজ্য আৰু শিৱসাগৰ জিলাৰ সীমাত অৱস্থিত) অসমীয়া আৰু নগা ভাই-সকলৰ মিলন তীৰ্থ 'মিতুৰ আশ্ৰম'। এই আশ্ৰমৰ প্ৰতি ককাৰ বৰ শ্ৰদ্ধা আৰু আগ্ৰহ আছিল, আৰু আজৰি সময় পালেই ককা তালৈ গৈছিল। 'ককা নীলমণি ফুকন' নামৰ ৰাইচকুৰ্নী বৰা নামেৰে উদীয়মান, সংস্কৃতিপ্ৰেমী যুৱক এজনৰ চেষ্টাত নিৰ্মিত তথ্যচিত্ৰখনতো ককাৰ কথামতেই 'মিতুৰ আশ্ৰম' দৃশ্য গ্ৰহণ কৰিছিল।

ককা নীলমণি ফুকন ডেকা-অৱস্থাৰপৰাই মাদকদ্ৰব্য সেৱনৰ ঘোৰ বিৰোধী আছিল। ১৯১২ চনত চফল ডেকা ফুকন ডাঙৰীয়া ডিব্ৰুগড় জৰ্জ ইনষ্টিটিউটৰ প্ৰধানশিক্ষক হোৱা বছৰতে কানি নিবাৰণী সভাস্থাপন কৰি এই কাৰ্যাৱলীৰ বহুল প্ৰচাৰাৰ্থে আন্দোলন কৰিছিল, আৰু সভায়-সমিতিয়ে কানি, ভাং, মদ, চিগাৰেটৰ বিৰুদ্ধে তেজী বক্তৃতা দি ফুৰিছিল। জীৱনৰ শেষ বয়সলৈকে ককা অসম মাদকদ্ৰব্য নিবাৰণী সভাৰ লগত জড়িত আছিল, আৰু ইয়াৰ সভাপতি স্বৰূপে বহুঠাইত হোৱা হাজাৰ শ্ৰোতাৰ আগত তেজী আৰু বহুতৰ বাবে অপ্ৰিয় বক্তৃতা দিছিল। ভাৰত সদাচাৰ সমিতি প্ৰতিষ্ঠাৰ দিনৰপৰা ককা ফুকন এই সংগঠনৰ লগত জড়িত আছিল, আৰু অসম সদাচাৰ সমিতিৰ সভাপতি স্বৰূপে সময় পালেই কাম কৰিছিল। মহৰ্ষি আচাৰ্য বিনোৱা ভাবেৰ ভূদান আন্দোলন আৰু সৰ্বোদয় আন্দোলনৰ



লগত ককা ফুকন বহুবছৰ ধৰি জড়িত আছিল, আৰু এই দুই আন্দোলনৰ সমৰ্থনত জীৱনৰ শেষ বয়সত বহুতো কবিতা লিখিছিল। এতিয়াও অ-প্ৰকাশিত সেইবোৰ কবিতা ককাই তেখেতৰ ওচৰলৈ ঘনাই গৈ থকা এই লেখকৰ আগত পঢ়ি শুনাইছিল।

মুঠতে অসমত উল্লেখযোগ্য এনে এটি ৰাজহুৱা প্ৰতিষ্ঠান নাছিল যিটোৰ লগত ককা ফুকন প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে জড়িত নাছিল। সিংহৰ দৰে উদ্যমী, শিশুৰ দৰে সৰল-প্ৰাণ, আজীৱন অক্লান্ত সমাজ-সংগঠক ফুকন ডাঙৰীয়াৰ বিয়োগত অসমৰ বুকু চিৰকাললৈ উদং হৈ গ'ল। চিৰ কৌমাৰ্য ব্ৰতী ফুকন ককাৰ বিদেহী আত্মাই চিৰশান্তি লাভ কৰক।

—×—

# শিক্ষক আৰু শিক্ষাবিদ নীলমণি ফুকন

—শ্ৰীহেৰম্ব বৰদলৈ

বাগ্মীবৰ নীলমণি ফুকন (১৮৮০—১৯৭৮) অসমৰ শিক্ষা, সংবাদ, সাহিত্য, ৰাজনীতি আৰু জনসেৱা-জগতৰ এটি সুপৰিচিত নাম। এই গৰাকী ব্যক্তিয়ে বিংশ শতিকাৰ দ্বিতীয় দশকৰপৰা অসমৰ হাইস্কুলীয়া শিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰত এক উল্লেখযোগ্য বৰঙণি যোগাইছিল। ১৯১২ খৃষ্টাব্দৰ ২ ফেব্ৰুৱাৰীৰপৰা ১৯২৭ খৃষ্টাব্দৰ জানুৱাৰী মাহলৈকে ফুকনে প্ৰতিষ্ঠাপক প্ৰধান শিক্ষকৰূপে সেই সময়ৰ অসমৰ এক উল্লেখ-যোগ্য মাধ্যমিক শিক্ষাৰ অনুষ্ঠান ডিব্ৰুগড় জৰ্জ্জ ইনষ্টিটিউশ্বনক নিজৰ অক্লান্ত পৰিশ্ৰম আৰু একনিষ্ঠ সেৱাৰ বিনিময়ত সকলো দিশৰ পৰা এটি আদৰ্শ বাণীমন্দিৰ ৰূপে সজাই-পৰাই তুলিছিল। জৰ্জইনষ্টিটিউশ্বনৰ পাছত ফুকনে উজনি অসমৰ লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ এক বুজন সংখ্যক উচ্চ মাধ্যমিক বিদ্যালয় আৰু গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ কামত আত্মনিয়োগ কৰিছিল। এনে এটা সময়ত ফুকনৰ জন্ম হৈছিল, যি সময়ত অসমৰ শিক্ষা জগতত ফুকনৰ দৰে ব্যক্তিত্বসম্পন্ন লোকৰ প্ৰয়োজন হৈ পৰিছিল। শিক্ষাব্ৰতীৰূপে কৰ্মময় জীৱনৰ পাতনি মেলি বৈকুণ্ঠগামী হোৱাৰ মুহূৰ্তলৈকে প্ৰাচীন ভাৰতৰ এগৰাকী আচাৰ্যৰ দৰে জীৱন যাপন কৰা ব্যক্তি গৰাকীয়েই হ'ল স্বনামধন্য 'ককা' নীলমণি ফুকন।

ফুকন আছিল সকলো দিশৰ পৰাই এগৰাকী আদৰ্শ শিক্ষক। জৰ্জইনষ্টিটিউচনৰ প্ৰধান শিক্ষক হৈ থকা কালত তেখেতে সদায় নিৰ্দিষ্ট সময়তকৈ এঘণ্টা আগতে স্কুললৈ আহি আৰু স্কুল ছুটী হোৱাৰ আধাঘণ্টা পাছলৈকে স্কুলত উপস্থিত থাকি স্কুলখনৰ পৰিচালনা, প্ৰশাসন আৰু শিক্ষাদান কাৰ্য্যত ব্ৰতী আছিল। ফুকনে আজীৱন



সময়নিষ্ঠতা মানি চলিছিল। লোকে ফুকনক স্কুলৰ 'second clock' বুলি অভিহিত কৰিছিল। দিনৰ ভাগত স্কুলত কাম কৰাৰ উপৰিও ফুকনে পুৱা-গধূলি বাইচাইকেলত উঠি ছাত্ৰাবাস আৰু ছাত্ৰৰ ঘৰলৈ গৈ পঢ়াশুনা কৰাৰ বিষয়ে, আৰু দুপৰীয়া জিৰণী ঘণ্টাৰ সময়ত স্কুলৰ বাহিৰত ছাত্ৰসকলে আচৰণ-বিধি মানি চলা সম্পৰ্কে নিৰীক্ষণ কৰি ফুৰিছিল। জৰ্জ্জ ইনষ্টিটিউশ্বনৰ তেতিয়া ছাত্ৰাবাস আছিল দুটা। এটা আছিল পুৰণা আমোলাপট্টিত। সেইটো ব্ৰহ্মপুত্ৰৰ গড়াখহনীয়াত জাহ গ'ল। আনটো ছাত্ৰবাসৰ নাম আছিল জৰ্জ আৰ্ল হোষ্টেল। বৰ্তমান স্কুলৰ চৌহদতে অতি পুতৌ লগা অৱস্থাত এই ছাত্ৰাবাসটো আছে। ফুকনে ছাত্ৰাবাসৰ ছাত্ৰসকলে পঢ়া-শুনা কৰাৰ লগতে যাতে খেল-ধেমালি কৰি, শাক-পাচলি কই, সামুহিক প্ৰাৰ্থনা আৰু আলোচনা সভাৰ আয়োজন কৰি শাৰীৰিক, মানসিক, নৈতিক আৰু আধ্যাত্মিক উৎকৰ্ষ লাভ কৰিব পাৰে, তাৰ প্ৰতি পোনপটীয়া দৃষ্টি ৰাখিছিল। স্কুলৰ সময়খিনিৰ বাহিৰেও বাহিৰত থকা সময়তো যাতে ছাত্ৰসকলে নিয়মানুবৰ্তিতা আখৰে আখৰে পালন কৰে, তাৰ প্ৰতি লক্ষ্য ৰাখিছিল। উল্লেখযোগ্য যে সেই সময়ত জৰ্জইনষ্টিটিউশ্বন বুলিলে 'ফুকনৰ স্কুল' বুলিহে মানুহে জানিছিল আৰু কৈছিল, আৰু শিক্ষাৰ্থী জীৱন যাপন কৰিবলৈ সমগ্ৰ উজনিখণ্ডৰপৰা ছাত্ৰসকল জৰ্জ ইনষ্টিটিউশ্বনলৈ আহিছিল। ফুকনে সদায় দশমমান শ্ৰেণীৰ ছাত্ৰ সকলক ইংৰাজী বিষয়ৰ শিক্ষাদান কৰিছিল। নিৰ্ধাৰিত কাৰ্য্যসূচীৰ উপৰিও ছাত্ৰৰ সৰ্বাঙ্গীন উন্নতিৰ অৰ্থে বাগদেৱী বীণাপাণিৰ পূজা-অৰ্চনা মিলাদশ্বৰিফ, মহাপুৰুষৰ তিথি পালন, বিতৰ্ক প্ৰতিযোগিতা, খেল-ধেমালি, সঙ্গীত সাধনা, সুকুমাৰ কলাৰ বিকাশ আৰু সমাজ সেৱাৰ কামতো শিক্ষাৰ্থীসকলক পৰিচালনা কৰি উৎসাহিত কৰিছিল। মন কৰিবলগীয়া কথা যে ফুকনক সকলো স্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে প্ৰাচীন ভাৰতৰ গুৰুকুল শিক্ষা-ব্যৱস্থাৰ 'গুৰুদেৱ' ৰূপে শ্ৰদ্ধা আৰু ভক্তি কৰিছিল। বাহিৰত ছাত্ৰসকলক ফুকনে বাঘৰ চকুৰে চাইছিল, আৰু

অন্তৰত তেওঁলোকৰ প্ৰতি পুত্ৰৱৎ স্নেহ আছিল। বাগ্মিতাত নিপুণ ফুকনে ওজস্বিনী ভাষণেৰে ছাত্ৰ আৰু শিক্ষক উভঁয়কে অনুপ্ৰাণিত কৰিছিল। সহকৰ্মী সকলক সততে সমজ্ঞান কৰি ফুকন শ্ৰদ্ধাৰ পাত্ৰ হৈছিল। জৰ্জ ইনষ্টিটিউশ্বনৰ শিক্ষকসকলে ফুকনৰ পৰিচালনাত স্কুলখনৰ সৰ্বাঙ্গীন উন্নতিৰ হকে এটা পৰিয়ালৰ দৰে কাম কৰি গৌৰৱ বোধ কৰিছিল থোৰতে কবলৈ গলে ফুকন আছিল শিক্ষক-ছাত্ৰ উভয়ৰ কাৰণে "A friend, philosopher and guide."

সমসাময়িক যুগৰ এগৰাকী কৃতী শিক্ষকৰূপে ফুকনে যেনেকৈ প্ৰতিষ্ঠা লাভ কৰিছিল, পৰৱৰ্তী কালত এগৰাকী বিশিষ্ট শিক্ষাবিদ ৰূপেও তেখেত পৰিগণিত হৈছিল। জৰ্জ ইনষ্টিটিউশ্বনৰ প্ৰধান শিক্ষকৰ দায়িত্ব ভাৰ গ্ৰহণ কৰা সময়ত ফুকনে এখন বিশাল সমুদ্ৰত দক্ষতাৰে চলাই লৈ যোৱা জাহাজৰ কেপ্তেইন ৰূপে নিজকে চিনাকি দিবলৈ সক্ষম হৈছিল। সামাজিক, শৈক্ষিক আৰু সাংস্কৃতিক সকলো দিশতে সফলতাৰে সবল নেতৃত্ব দি এগৰাকী কৃতী প্ৰধান শিক্ষকৰ সকলো-গুণৰ অধিকাৰী হবলৈ ফুকন সমৰ্থ হৈছিল।

প্ৰশিক্ষণ গ্ৰহণ নকৰাকৈও যে কৃতী শিক্ষক হব পাৰি, নীলমণি ফুকনেই তাৰ জ্বলন্ত নিদৰ্শন। অৱশ্যে আমাৰ দেশত এনে উদাহৰণ অলেখ আছে। আনহাতেদি প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষক হৈও শিক্ষকৰ মহান দায়িত্বৰ গভীৰতা উপলব্ধি নকৰা শিক্ষকৰ সংখ্যাও আমাৰ দেশত একেবাৰে কম বুলি কব নোৱাৰি। ফুকনে শিশু-কেন্দ্ৰিক শিক্ষাৰ সততে পোষকতা কৰিছিল। জীৱনত ভালেমান শিক্ষক সন্মিলন আৰু শিক্ষা সম্পৰ্কীয় আলোচনাত যোগদান কৰি দিয়া ভাষণ প্ৰসঙ্গত ফুকনে সদায় শিক্ষকসকলক শিশুৰ মনবুজি শিক্ষাদান কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। ফুকনে বিশ্বাস কৰিছিল যে এজন শিক্ষকে বিষয়-বস্তুৰ জ্ঞানৰ লগতে শিশুৰ মনোবিজ্ঞান আয়ত্ত কৰি লব নোৱাৰিলে তেওঁৰ মিশ্বন বা শিক্ষাদানৰ উদ্দেশ্য কেতিয়াও সফলকাম হৈ উঠিব নোৱাৰে। শিশু মাত্ৰেই অনুকৰণপ্ৰিয়। সেইকাৰণে



ফুকনে কেতিয়াও কোনো ধৰণৰ ৰাগীয়াল বস্তু নিজেও সেৱন কৰা নাছিল, আৰু শিক্ষকসকলো তেনে কাৰ্যত আসক্ত হৈ পৰাটো নিবিচাৰিছিল। ফুকনে সদায় পৰিষ্কাৰ সাজ-পোছাক পৰিধান কৰি সজ আচৰণ, সজ ব্যৱহাৰ, সজ চিন্তা আৰু সৎকৰ্মত লিপ্ত থাকি প্ৰাচীন ভাৰতীয় আচাৰ্যৰ 'সৰল জীৱন আৰু উচ্চ চিন্তা'ৰ আদৰ্শ ব্যক্তিগত জীৱনৰ কাৰ্য্যাৱলীৰ মাজেদি সকলোৰে আগত দাঙি ধৰিছিল। ফুকনৰ শিক্ষা-পদ্ধতি আছিল সম্পূৰ্ণ স্বকীয়া বা নিজৰ। তেওঁ বিশ্বাস কৰিছিল অভিজ্ঞতাই এজন শিক্ষকক শিক্ষাদান কাৰ্যত সফলতা লাভ কৰাত সকলোতকৈ অধিক পৰিমাণে সহায় কৰে। প্ৰত্যেক শিক্ষকৰ নিজা পদ্ধতিটোৱেই উত্তম শিক্ষা পদ্ধতি বুলি ফুকনৰ দৃঢ় বিশ্বাস আছিল। সাধাৰণতে মহাত্মাগান্ধী, ৰবীন্দ্ৰনাথ ঠাকুৰ, কাকা কালেলকাৰ আৰু বিনোৱাজীৰ শিক্ষাদৰ্শনৰ ফুকনে পোষকতা কৰিছিল যদিও প্ৰথম অৱস্থাত পাশ্চাত্য শিক্ষাবিদসকলৰ ভাৱধাৰাৰ প্ৰভাৱ শিক্ষক নীলমণি ফুকনৰ জীৱনত নপৰাকৈ থকা নাছিল। কথা প্ৰসঙ্গত ফুকনে 'Delton Method,' 'Chalk and talk Method,' ৰুচোৰ 'Naturalism in Education, চক্ৰেটিচ, ৰুচো, নান আৰু পেষ্টলজিৰ শিক্ষাদৰ্শন, আৰু মাৰ্কিন দেশৰ জন ডিবিৰ 'Pragmatic Aim of Education'ৰ কথা উল্লেখ কৰাৰ পৰাই সেই কথা সহজে অনুমান কৰিব পাৰি। দেশৰ মুক্তি আন্দোলনত, বিশেষকৈ ১৯৪২ খ্ৰীষ্টাব্দৰ ভাৰত ত্যাগ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি ফুকনে কাৰাবৰণ কৰিব লগা হয়, আৰু তাৰ পাছৰ পৰাই ফুকনৰ শিক্ষাদৰ্শনৰ ভেটি হৈ পৰে উপনিষদ, বেদ, আৰু কোৰাণৰ শিক্ষা-দৰ্শন। মহাত্মাগান্ধীৰ বুনিয়াদী শিক্ষা, বিশ্বকবি ৰবীন্দ্ৰনাথৰ শান্তিনিকেতন, শ্ৰীনিকেতন, বিশ্বভাৰতীৰ শিক্ষা-পদ্ধতি আৰু লোকমান্য বাল গঙ্গাধৰ তিলক, গোপাল কৃষ্ণ গোখলে প্ৰমুখ্যে ভাৰতবৰ্ষৰ স্বদেশী আন্দোলনৰ বাহকসকলৰ স্বদেশী শিক্ষানীতিৰ প্ৰতি ফুকন গভীৰ ভাৱে অনুৰক্ত হৈ পৰে। বিনোৱাজীৰ ভূদান আন্দোলন আৰু বিশ্বশান্তি পৰিষদৰ

আদৰ্শৰ প্ৰভাৱেও ফুকনৰ জীৱন দৰ্শনৰ ওপৰত বিশেষভাৱে ৰেখাপাত কৰা পৰিলক্ষিত হয়। যাৰ ফলত জীৱনৰ শেষ মুহূৰ্তলৈকে ফুকনক আমি এজন প্ৰকৃত শিক্ষাবিদ আৰু চিন্তানায়ক ৰূপে দেখিবলৈ পাওঁ। প্ৰায় শতাব্দী জোৰা অভিজ্ঞতাৰে পৰিপুষ্ট ব্যক্তি নীলমণি ফুকনে নিজ অভিজ্ঞতাৰ বলত নতুন দৃষ্টি ভঙ্গীৰে অসমৰ শিক্ষা-জগততো এক নতুন আলোড়ন সৃষ্টি কৰিছিল। এখন সুন্দৰ সুঠাম মানৱ-সমাজ গঢ়ি উঠিবলৈ হলে মানুহ গঢ়া শিক্ষাৰ প্ৰয়োজন বুলি ফুকনে নদি কৈছিল। ফুকনৰ মতে যি শিক্ষাই শিশুৰ শাৰীৰিক, মানসিক, নৈতিক আৰু আধ্যাত্মিক বিকাশত সহায় কৰিব পাৰে, যি শিক্ষাই মানৱ-মনৰ সূক্ষ্ম অনুভূতিবোৰৰ বিকাশ সাধনত সহায় কৰিব পাৰে, যি শিক্ষাই শিশুক সকলো অৱস্থাতে নিজক খাপখুৱাই লোৱাত সহায় কৰে, আৰু যি শিক্ষাই মানৱ-আত্মাক পৰমাত্মাৰ লগত বিলীন হৈ যোৱাত অৰ্থাৎ চিৰ সুন্দৰৰ নৈকট্য লাভ কৰাত সহায় কৰে, স্বৰূপতে কবলৈ গলে সেয়ে প্ৰকৃত শিক্ষা। শ্ৰদ্ধা আৰু ভক্তিৰ অবিহনে শিশুৱে কোনো ধৰণৰ শিক্ষাকেই লাভ কৰিব নোৱাৰে বুলি ফুকনৰ বদ্ধমূল ধাৰণা আছিল। দেশৰ শিশু আৰু তৰুণ সমাজক ফুকনে মনে-প্ৰাণে ভাল পাইছিল। শিক্ষকসকলে দেশৰ শিশু আৰু তৰুণসকলক পাঠ্যপুথিৰ নিৰ্ধাৰিত পাঠ্যক্ৰমৰ জ্ঞান আহৰণত সহায় কৰাৰ উপৰিও দেশ-প্ৰেমৰ ভাৱেৰে উদ্বুদ্ধ কৰি তোলাটো শিক্ষকসকলৰ প্ৰধান কৰ্তব্য বুলি ফুকনে বিশ্বাস কৰিছিল। দেশপ্ৰেমিক নহলে সু-শিক্ষক হব নোৱাৰি বুলি ফুকনৰ গভীৰ বিশ্বাস। শিক্ষকসকল সাধু, চৰিত্ৰবান, ঈশ্বৰ বিশ্বাসী আৰু সত্যদ্ৰষ্টা, সহিষ্ণু, পৰিশ্ৰমী, বিনয়ী, মিতব্যয়ী, মৰমীয়াল, পৰোপকাৰী, নীতি পৰায়ণ, দূৰদৰ্শী, ত্যাগী, বিশ্বপ্ৰেমিক, মাদকদ্ৰব্যৰ প্ৰতি অনাসক্ত আৰু কথাই-কামে স্বদেশী হোৱাটো বাঞ্ছা কৰিছিল। শিক্ষা আৰু পৰিকল্পনাৰ মাজত সমন্বয় ৰক্ষা কৰি দেশৰ অৰ্থনৈতিক সমস্যা সমাধান কৰাৰ সপক্ষে ফুকনে সবল যুক্তি দাঙি ধৰিছিল। শিক্ষাৰ উন্নতিক অগ্ৰাধিকাৰ দিয়াটো প্ৰত্যেক স্বাধীন ৰাষ্ট্ৰৰ প্ৰথম



কৰ্তব্য বুলি আজীৱন কাল যুঁজ কৰি অহা ভীষ্ম সদৃশ সিংহপুৰুষ গৰাকীয়েই হল আমাৰ সকলোৰে পূজনীয় বাগ্মীকবি ককা নীলমণি ফুকন। শিক্ষাবিদ হিচাপে এই গৰাকী চিন্তানায়কৰপৰা আৰু কি আশা কৰিব পাৰি? থোৰতে কবলৈ গলে ককাৰ শিক্ষা-দৰ্শন আছিল, —শিক্ষাই মানৱ অন্তৰ ভক্তি, জ্ঞান আৰু কৰ্মৰ অনুৰাগেৰে ৰঞ্জিত কৰি তুলিব পাৰিব লাগিব। সেয়ে হলেহে মানৱ আত্মাৰ মুক্তি সুনিশ্চিত।

"জ্বলোৱা ভক্তি দীপ
শলিতা জ্ঞানৰ
কৰ্মৰ থাপনা পাতা
মুক্তি নিৰন্তৰ।"

(নীলমণি ফুকন)



# বাগ্মীবৰ নীলমণি ফুকনৰ কবিতা

—শ্ৰীনলিনীধৰ ভট্টাচাৰ্য

বাগ্মীবৰ ফুকন ডাঙৰীয়া অসমীয়া সমাজত এটা স্মৰণীয় নাম। তেওঁ আজি আমাৰ মাজত নাই ; কিন্তু অসমীয়া মানুহে তেওঁক সতকাই নাপাহৰে। এজন নিৰ্ভীক দেশপ্ৰেমিক, সাংবাদিক আৰু নেতা হিচাপেই যে তেওঁ স্মৰণযোগ্য, এনে নহয়। তেওঁ আমাক দি থৈ যোৱা গদ্য-পদ্যৰ সম্ভাৰখিনিৰ বাবেও তেওঁক আমি সুঁৱৰিব লাগিব। আমি এই প্ৰবন্ধত তেওঁৰ কবিতা সম্পৰ্কে এটি চমু আলচ দাঙি ধৰিব খুজিছোঁ। ভাটী বয়সত কাব্য চৰ্চা আৰম্ভ কৰা এই কবিজনে এখাৰখন কবিতাৰ পুথি লিখি থৈ গৈছে। সংখ্যাগত দিশৰপৰাও ফুকনক আমি অনাদৰ কৰিব নোৱাৰো। অৱশ্যে এই ধৰণৰ বিবেচনা যান্ত্ৰিক, আৰু সমূলি দিক্ নিৰ্ণায়ক নহয়। তথাপি সাহিত্যৰ বাহিৰেও অন্য দিশত খ্যাতি অৰ্জন কৰা এই দীৰ্ঘজীবী পুৰুষজনৰ কবিতাত নো কি আছে, তাক জনাৰ কৌতূহল সকলো ঐতিহ্যপ্ৰিয় সাংস্কৃতিক কৰ্মীৰ থকা উচিত। ইংৰাজ কবি লুই মেক্‌নিচে কবি সম্পৰ্কে এটি চমকপ্ৰদ সংজ্ঞা দিছিল এইবুলি—

"My own prejudice……is in favour of poets whose worlds are not so esoteric. I would have a poet able-bodied, fond of talking, a reader of newspapers, capable of pity and laughter, informed in economics, appreciative of women, involved in personal relationships, actively interested in politics, susceptible to physical impressions."

ফুকন এই ধৰণৰ কবি আছিল নে ? এইবোৰ গুণ থাকিলেই যে এজন লোক কবিৰ শাৰীলৈ উঠিব, সেই কথা সৰ্বসন্মত নহয়। ফুকনৰ



কাল, পৰিবেশ, দৃষ্টি-ভংগী এইবোৰ চাই-চিতিহে ফুকনৰ কবি-চৰিত্ৰৰ আভাস দিব পৰা হ'ব। মানুহৰ কৃতিত্বৰ এটা সামাজিক ভিত্তি থাকে, ইয়াৰ উপৰিও নান্দনিক দিশটোও উপেক্ষণীয় নহয়। এনেবোৰ কথাৰ অনুপুংখ আলোচনাৰ পাছতহে এজন কবিৰ সিদ্ধি-অসিদ্ধিৰ সংবাদ আমি পাব পাৰোঁ।

ফুকনৰ প্ৰথম কবিতাৰ পুথি 'জ্যোতি কণা' ১৯৩৮ চনতে প্ৰকাশিত হৈছিল। তেতিয়াৰেপৰা 'শতধাৰা' নামৰ পুথি ওলোৱালৈকে প্ৰায় ত্ৰিছ বছৰ কাল তেওঁ কাব্য-চৰ্চা কৰিছিল বুলি অনুমান কৰিব পাৰি। তেওঁ সুদীৰ্ঘ কাল জীয়াই আছিল। বহু ঘটনাৰে তেওঁ সাক্ষী। স্বাধীনতাৰ আন্দোলনত তেওঁ সক্ৰিয়ভাৱে জড়িত হৈছিল। তেওঁ কাৰাবৰণো কৰিছিল। বৰভেটা জেলত লাঠী চাৰ্জৰ নিৰ্মম ৰূপ তেওঁ কবিতাত বৰ্ণনাও কৰিছে। ইংৰাজ কাৰাগাৰৰ নৰক-যন্ত্ৰণাৰ অভিজ্ঞতা তেওঁৰ আছে। তেওঁৰ দেশপ্ৰেম সন্দেহাতীত। কবিতাত তেওঁৰ দেশপ্ৰেমৰ অনুভূতি ৰোমাণ্টিক পৰ্যায়ৰ! অসমীয়া মধ্যবিত্তৰ জগতখনৰ তেওঁ প্ৰতিভূ স্বৰূপ ; এহাতে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে অহিংস অস্ত্ৰ, আনহাতে অতীন্দ্ৰিয় আধ্যাত্মিকতাৰ কমণ্ডলু। তেওঁৰ অৱশ্যে কুসংস্কাৰ নাই, বৰ্ণভেদৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছে তেওঁ। কিন্তু বুৰ্জোৱা সামন্তৰ শাসন শোষণৰ জালখন তেওঁৰ চকুত পৰা নাছিল ; তেনে বিশ্লেষণৰ বাবে তেওঁৰ যত্নও আছিল বুলি কব নোৱাৰি। ফুকন হাড়ে হিমজুৱে গান্ধীবাদী, গান্ধীবাদৰ অন্তৰ্নিহিত দ্বন্দ্বই তেওঁৰ দৃষ্টি আচ্ছন্ন কৰি থৈছিল। সেইবাবেই ভাৰতীয় ঐতিহ্যৰ নামত সামন্ত যুগীয় পশ্চাৎপদতাৰপৰা তেওঁৰ মন আঁতৰি আহিব পৰা নাছিল। ঐতিহ্য আমাক লাগে ; কিন্তু ইতিহাসৰ গতিবেগ বৃদ্ধি কৰিবলৈহে ঐতিহ্য আমাক লাগে। এই দৃষ্টি বিজ্ঞানসন্মত। এনে বিজ্ঞানসন্মত দৃষ্টিৰ অভাৱতে ফুকনে ইতিহাসৰ মৰ্ম বুজিব নোৱাৰিছিল। ফুকনৰ কবিতাত কিন্তু মধ্যবিত্তীয় নৈৰাশ্য আৰু বিষাদ নাই। কৰ্মবহুল জীৱন, সুন্দৰ স্বাস্থ্য, আৰ্থিক স্বচ্ছলতা, এইবোৰৰ বাবেই তেওঁৰ

অনুভূতিত নৈৰাশ্যই দোলা দিয়া নাছিল যেন বোধ হয়। নতুবা যি পুঁজিবাদী অৱক্ষয়-জনিত বিষাদে পাশ্চাত্য সংস্কৃতি আছন্ন কৰি থৈছে, তাৰ অন্ধ অনুকৰণ নকৰা বাবেও তেওঁৰ কবিতাৰ কেন্দ্ৰীয় আবেগত বিষাদৰ অনুপস্থিতি সম্ভৱ হব পাৰে।

আজিৰ ধনতান্ত্ৰিক সমাজত যি মূল্যবোধে গঢ় লয়, অৰ্থ বা শ্ৰেণী স্বাৰ্থ ৰক্ষা কৰিবৰ বাবে ধনী শ্ৰেণীয়ে যি ঘৃণনীয় কৌশলৰ জাল তৰে, তাৰ মাজত মানুহৰ মৌলিক সততাৰ মৃত্যু ঘটে। অবাধ বাণিজ্যৰ পুঁজি প্ৰতিযোগিতা আৰু অনৈক্যৰ উৎস। এই পৰিবেশত কোনোবাই পইচা দলিয়াই দিলেও লাভ নাই, বুটলি নিয়া মানুহ কাষতে ৰৈ থাকে। ধনৰ প্ৰভাৱত ইয়াত বগা ক'লা হয়, পংগু সমৰ্থবান হৈ উঠে। বাৰ্ণাড শ্বই কৈছিল—"Wait till the system is changed". কিন্তু এই পৰিবৰ্তন আপোনা আপুনি নাহে। ইয়াৰ বাবে অকল কল্পনায়েই নহয়, পৰিকল্পনাৰো প্ৰয়োজন। তাত সংস্কৃতিৰ ভূমিকা অপৰিহাৰ্য। অহিংসা, হৃদয়-পৰিবৰ্তন, বিমূৰ্ত মানবতাবোধ, বিশ্বপ্ৰেম, এনেবোৰ প্ৰমূল্য ধনতান্ত্ৰিক সমাজত থান-বান হৈ যায়। স্বাধীনতা লাভৰ পৰবৰ্তী কালছোৱাত ধনী দুখীয়াৰ পাৰ্থক্য দ্ৰুতগতিত বঢ়াৰ গুৰি কাৰণ কি, জ্ঞানবৃদ্ধ ফুকনে কিয় বিচাৰ কৰি নাচালে, সেই কথা জানিবৰ মন যায়। নিষ্ঠাবান আৰু আন্তৰিক হোৱা সত্বেও ফুকনে সমস্যাৰ এনেবোৰ দিশ বিচাৰ কৰা নাছিল।

এই বাবেই ৰোমান্টিক কল্পনাৰ তেওঁ আশ্ৰয় লৈছিল, ধৰ্মীয় দৃষ্টি-ভংগীৰ লগত কোনো সংঘাত তেওঁৰ নাছিল। তেওঁ সবলভাৱেই বিশ্বাস কৰিছিল আত্মজ্ঞান বা আত্ম-শোধনৰদ্বাৰা মানুহৰ চৰিত্ৰ সলনি কৰিব পাৰি। এনে পৰিবৰ্তনৰ ফলত পৃথিৱী স্বৰ্গধামত পৰিণত হব। সেইবাবে ফুকন আত্ম উন্মোচনৰ কবি, আত্মকেন্দ্ৰিকতাই তেওঁৰ একমাত্ৰ পাথেয়। কবিতাবোৰৰ কাব্য গুণ সম্পৰ্কেও তেওঁ সচেষ্ট হোৱা নাই। অমিত্ৰাক্ষৰ ছন্দ আছে, কিন্তু তাত প্ৰবহমানতা নাই। ছন্দৰ মিলো প্ৰায় উজুতি খোৱা বিধৰ। বেছি ভাগ কবিতাৰ



শব্দচয়নতো তেওঁৰ বাগ্মিতাৰ লক্ষণ সুপৰিস্ফুট। ব্যতিক্ৰম অৱশ্যে আছে। য'ত গ্ৰাম্য পৰিবেশ তেওঁৰ কবিতাৰ পটভূমি, য'ত দৰিদ্ৰ অসহায় জনৰ কথা কৈছে, তাত তেওঁৰ অনুভূতি অধিক স্পন্দনময় আৰু সজীৱ। এই কথা মন কৰিবলগীয়া।

স্বাধীনতাৰ আগৰ কালছোৱাত তেওঁ 'জ্যোতিকণা' আৰু 'মানসী' লিখিছিল। এই দুখন পুথিৰ সৰহভাগ কবিতাৰ বক্তব্য হল অতীন্দ্ৰিয় আধ্যাত্মিকতা। তাত তেওঁ সৃষ্টিৰ সৰ্বত্ৰ ভগৱানৰ 'জ্যোতিকণা' দেখিছে। সকলোতে চিৰসুন্দৰৰ জেউতি। এই ধৰণৰ কবিতাৰ ভিতৰত 'সুন্দৰ তুমি কত', 'মানসী' আদি কবিতাৰ সংবেদনশীলতা। উল্লেখযোগ্য। অপাৰ্থিব কোনো এক সত্তাই তেওঁৰ প্ৰেয়সী আৰু শ্ৰেয়সী। এনে বক্তব্য থকা আন আন কবিতাবোৰত আবেগৰ গতি মন্থৰ। সেইবোৰৰ প্ৰকাশ-ভংগী শিথিল আৰু অনাহক বিস্তাৰ-প্ৰৱণ-তাৰে দুৰ্বল। এনেবোৰ কবিতাত তেওঁ আত্ম-শোধন আৰু নিবৃত্তি মাৰ্গৰ উৎসাহী প্ৰবক্তা:

আত্ম চৈতন্যৰ চেতনা স্বকীয়া
নিজতেই লভে বিশ্ব জ্ঞান
আত্মবোধ যদি নজন্মে কদাপি
কোনো কথাৰেই মৰ্ম বুজা টান।

এই স্তৱকটোক কবিতা বোলা টান। ই দাৰ্শনিক তত্বহে। কিন্তু আন এটি উদাহৰণ চাওঁক:

থমকি থমকি জুৰিটিয়ে চায়
তাতো সুন্দৰক বিচাৰি নেপায়
ভাঙে পাতে বালি ঘৰ
বাট চাই চাই আমনি লাগিল
এৰে পানচৈ পছোৱা নাহিল
দুৰে আগ আঁচলৰ।

সহৃদয় পাঠকৰ বাবে এই স্তৱকটোৰ ইংগিতময়তা আকৰ্ষণীয়; কিন্তু এনে ব্যঞ্জনাময় ৰসাল ভংগী ফুকনৰ কবিতাত নিতান্ত কম। 'জ্যোতিকণা', 'প্ৰতিধ্বনি' আদি কবিতাত অৱশ্যে শিল্প-গুণ ৰক্ষা কৰাৰ চেষ্টা অনুভৱ কৰিব পাৰি। 'খুদ', 'সঞ্চয়' আদি চনেট কবিতাবোৰত কবিৰ সংযমৰ আভাস আছে। শেহৰ দুটা চৰণ একোটা প্ৰবচনৰ দৰে লাগে।

সাঁচি থোৱাকেই সঞ্চয় নকয়
যদি তাৰে হিত সাধন নহয়।

এনেবোৰ কবিতাত আংগিকৰ সৌন্দৰ্য থাকিলেও তাৰ বক্তব্যত কাল-চেতনা নাই। অৱশ্যে তেওঁৰ কবিতাত বক্তব্যৰ বৈচিত্ৰ্য আছে। হিন্দু মুছলমানৰ ঐক্য, সত্য, প্ৰেম, অহিংসাৰ ওপৰত প্ৰতিষ্ঠিত বিপ্লৱ, তৰুণৰ প্ৰতি উপদেশ—এনেবোৰ বিষয়-বস্তুত এৰিধ উপকৰণ কাল-চেতনা পাওঁহক। হিন্দু-মুছলমান ঐক্যৰ ভেটি কৰিছে তেওঁ গান্ধী প্ৰাৰ্থনাক। কিন্তু কেৱল প্ৰাৰ্থনাৰে এই ঐক্য অনাটো জানো সম্ভৱ? হিন্দু মুছলমানৰ সংঘৰ্ষ স্বাধীনতাৰ পাছটো একত্ৰিছ বছৰ কাল ভাৰতবৰ্ষত চলি আছে কিয়? সামাজিক আৰু অৰ্থ নৈতিক ন্যায় প্ৰতিষ্ঠাৰ অবিহনে এনে সংঘৰ্ষৰ বীজ দূৰ কৰিব নোৱাৰিব। ফুকনৰ চৈতন্যত এই অনুভূতিৰ আঁচোৰ নাই। 'বিপ্লৱ' নামৰ নিতান্ত সাংবাদিকতা-সুলভ ভাষাৰ কবিতা এটাত তেওঁ বিপ্লৱৰ 'সংহাৰ-মূৰ্তি'ৰ নিন্দা কৰিছে। তেওঁৰ লক্ষ্য হ'ল সত্য, অহিংসা, প্ৰেমৰ বিপ্লৱ। বিপ্লৱৰ এনে ধাৰণাক বাস্তৱে কিন্তু সমৰ্থন নকৰে। অতীততো সমসাময়িক পৃথিৱীতো ক'তো এনে বিপ্লৱ ঘটা নাই, য'ত ৰক্তপাত হোৱা নাই। বিপ্লৱ চাহমেল নহয়; গান্ধীৰ আন্দোলনো বিনা ৰক্তপাতে হৈছে বুলিব নোৱাৰি। গান্ধীবাদী ফুকনে এনে কথা বিশ্বাস কৰিব নোখোজে। ডেকাসকলক তেওঁ কৈছে "ভবিষ্যত তোমাৰ হাতত?" তেওঁৰ মতে সৰলতা, প্ৰাণৰ প্ৰফুল্লতা তৰুণৰ কৰ্ম-যজ্ঞৰ চাবি-কাঠী। অৱশ্যে ইয়াত যজ্ঞেশ্বৰ থাকিব। এই যজ্ঞেশ্বৰ কোন?



হয়তো ভগৱান-প্ৰেৰিত দূত। কিন্তু আচলতে কি ঘটিছে? ৰাজপথত কোটি কোটি নিবনুৱা যুৱকৰ শোভাযাত্ৰা, সিহঁতৰ হতাশা পীড়িত মুখ ফুকনে দেখা নাছিল জানো? দেখিছিল; কিন্তু 'সম্ভৱামি যুগে যুগে' মন্ত্ৰত বিশ্বাসী ফুকনে ভাবিছিল কোনো মহাপুৰুষৰ উপযুক্ত নেতৃত্বত এনেবোৰ সমস্যাৰ সমাধান হব। আন কিছুমান কবিতাত তেওঁ উপনিষদীয় মায়াবাদ আৰু অখণ্ড মণ্ডলাকাৰ বিশ্বৰূপৰ কথা উল্লেখ কৰিছে। ৰবি ঠাকুৰৰ কথা নকওঁৱেই, আমাৰ নলিনীবালাৰ 'পৰম-তৃষ্ণা' বা 'শেষ অৰ্ঘ্য' অথবা অম্বিকাগিৰীৰ 'তন্দ্ৰাভঙ্গ'ত এনেবোৰ বিষয় যেনেকৈ আবেগিক স্তৰলৈ উঠিছে, ফুকনৰ কবিতাত তেনে হোৱা নাই। তেওঁৰ কবিতাত এইবোৰ তত্ত্ব হৈয়ে আছে।

ফুকনৰ দেশপ্ৰেমমূলক কবিতাবোৰতো কাব্য গুণ বিৰল। ঠায়ে ঠায়ে অৱশ্যে তেওঁৰ অনুভূতি সজীৱ হোৱাৰ প্ৰমাণ আছে। গড়মূৰীয়া ডেকা গোস্বামীৰ কাৰাবৰণক ওলগ জনাই তেওঁ কৈছে—"ধূলিতেই গঙ্গাস্নান স্বাধীন দেশৰ"। ইয়াত কবিৰ মুক্তিৰ আকাংক্ষা স্পন্দিত হৈছে আৰু ধৰ্মতকৈও যে স্বাধীনতাৰ ভূমিকা শ্ৰেষ্ঠ, তাৰ তেওঁ ইংগিত দিছে। তথাপি তেওঁ 'সত্ৰ'ক 'বৈকুণ্ঠ' আৰু 'গোসাঁই'ক 'দেৱতা' বুলিছে। স্বাধীনতাৰ মুক্ত প্ৰাংগনতো তেওঁ 'বৈকুণ্ঠ' আৰু দেৱতাক বিচাৰিছে। ইয়াৰ অৰ্থ হল সামন্তযুগীয় ধ্যান-ধাৰণাৰপৰা তেওঁ মুক্ত হব খোজা নাই। শোষক শোষিতৰ দ্বন্দ্বহীন এখন স্বৰ্গৰ কল্পনাত কবি ফুকন বিভোৰ; তাত ৰজা-প্ৰজা, ধনী-দুখীয়া, প্ৰভু শিষ্যৰ কোনো পাৰ্থক্য নাই। দুখো তাত নাই। তেওঁ কৈছে:—

সকলো জনেই সুখী
দুখ কষ্ট লেশ মাথো নাই
হ'ব সেয়ে অপূৰ্ব মিলন-ভূমি
মানৱ জাতিৰ। একেটি মানৱ ধৰ্ম
হব প্ৰতিষ্ঠিত। স্বৰ্গ নামি আহিব
ধৰাত।

ফুকনৰ কল্পনাৰ মানৱ-ধৰ্মৰ শলাগ লৈও ক'ব লাগিব, এনে মনোভাব সম্পূৰ্ণ অবাস্তৱ। তেওঁ ভাববাদী দৃষ্টিৰে দেখিছে—ভগবানৰ দূতৰ 'যুগবাণী'য়ে সেই সৰগ আনিব। এই মানৱ-ধৰ্ম যীশু, হজৰত মহম্মদ, বুদ্ধয়ো জানো প্ৰচাৰ কৰা নাছিল? কিন্তু বাস্তৱৰ জেঁাট লগা মেৰ-পাকত পৰি সেইবোৰ বাৰে বাৰে যে মৰহি পৰিছে, সেই কথা ফুকনে মনিব পৰা নাছিল।

'জনতাৰ জাগৃতি,' 'স্বপ্নভংগ', 'অহিংস নীতি,' 'অসহযোগ', 'অনশন', 'সূত্ৰযজ্ঞ'—এনেবোৰ চনেটক কবিতা নুবুলি পদ্য বোলাই ভাল। এইবোৰত শিল্প-গুণ বিৰল। কবিতাবোৰত অৱশ্যে গান্ধী আৰু অহিংসা দৰ্শনৰ প্ৰশস্তি আছে। গান্ধীৰ সাম্ৰজ্যবাদ বিৰোধিতা আৰু তেওঁৰ ৰণ-কৌশলৰ স্মাৰক হিচাপে এইবোৰৰ ঐতিহাসিক মূল্য হয়তো থাকিব; কিন্তু শেষ বিচাৰত এইবোৰ কবিতাই পাঠকৰ মনত ৰেখা পাত কৰিব নোৱাৰে। মহাত্মা গান্ধী সমালোচনাৰ অতীত 'জীৱন্মুক্ত' পুৰুষ বুলি গান্ধীবাদী ফুকনে ধৰিব পাৰে। কিন্তু এই মনোভাব বিজ্ঞানসম্মত নহয়। গান্ধীজীয়ে নিজক 'ভাঙ্গী' বুলি পৰিচয় দি হৰিজন কলনীত বাস কৰাৰ কথা 'মন্দিৰ প্ৰবেশ' নামৰ কবিতাৰ বিষয়-বস্তু হৈছে। গান্ধীৰ এই ত্যাগ আৰু উদাৰতা আদৰ্শ-স্থানীয় হলেও হৰিজন সমস্যা সমাধানৰ পথ এইটো নিশ্চয় নহয়। ইয়াৰ লগত সাঙোৰ খাই আছে সমাজ-নীতি আৰু অৰ্থনীতি। সমস্যাটোলৈ ফুকনে মন কৰিছিল যদিও তাৰ সমাধান কল্পে যি প্ৰয়োজনীয় চৈতন্যৰ অধিকাৰী হোৱা উচিত, তেনে চৈতন্য তেওঁৰ নাছিল।

প্ৰকৃতিও তেওঁৰ কবিতালৈ আহিছে। 'ঋতু সম্ভৱ', 'বৰদৈচিলা' আদি কবিতাত সৰল প্ৰকাশ-ভংগী আৰু উপযুক্ত শব্দ-চয়নৰ মাজত প্ৰকৃতিৰ সৌন্দৰ্য বিধৃত হৈছে। কিন্তু মানুহৰ দুখ-দুৰ্দশাৰ নৰকত চকুত থৈ নিৰ্জলা প্ৰকৃতিৰ বন্দনা কৰাটো যুগোপযোগী কাৰ্য নহয়। ই এক প্ৰকাৰ অনীতি। ৰুছ কবি ইভুষ্টু চেংকুৱে কৈছে—



To wirte only of nature or women or world sorrow at a time of hardship for your countrymen is almost immoral. ইয়াৰ উপৰিও, প্ৰকৃতিৰ উপাসনাতকৈ প্ৰকৃতিৰ ৰহস্য উদ্ঘাটন কৰি তাক মানৱ প্ৰগতিৰ পৰিকল্পনাত লগোৱাৰ কথাহে আজিৰ কবিতাৰ বিষয় বস্তু হোৱা উচিত। ফুকনৰপৰা আমি ইমানখিনি আশা কৰিব নোৱাৰোঁ; কিয়নো তেওঁ প্ৰকৃত অৰ্থত কবি হিচাপে মানৱীয় দায়িত্ব সমূহ কান্ধ পাতি লোৱা নাছিল।

ফুকনৰ কবিতাৰ উজ্জ্বলতম দিশ হ'ল, গ্ৰাম্য পৰিবেশ অংকনত সিদ্ধহস্ততা। 'ভিতৰতে আহি থাক' আৰু 'মাতেহি গছৰ ডালত' এই দুয়োটা মালিতাত অসমীয়া গ্ৰাম্য জীৱনৰ লগত কবিৰ সহানুভূতি-শীল সংস্পৰ্শৰ সাৰ্থক ব্যঞ্জনা আছে। আহিনী বাইৰ দুখ-দৈন্য, কষ্ট পীড়িত জীৱন, পখিলী আৰু মোহনৰ সৰল উদাৰ প্ৰেম-প্ৰীতি, সেন্দুৰীৰ বিয়া আৰু পতি গৃহলৈ যাত্ৰা কৰাৰ হৰ্ষ-বিষাদৰ কৰুণ চিত্ৰ এই কবিতাকেইটাৰ সমল। ইয়াৰ শব্দ-চয়ন শুধ অসমীয়া বাক্ বিভূতিৰ সুন্দৰ নিদৰ্শন। নগৰৰ শিক্ষিত লোকে এই ভাষাৰ কালিকা চিনি নাপায়। চহা মানুহৰ জীৱনৰ সংবাদ তেওঁ লয়, তেওঁলোকৰ দাৰিদ্ৰ্যৰ উৎস ক'ত আৰু এই দাৰিদ্ৰ্যৰ নৰক যন্ত্ৰণাত মনুষ্যত্ব হেৰুৱায়ো অসহায় কৃষকে কেনেকৈ সকলো দুখ-কষ্টক অদৃষ্ট বুলি ধৰি লয়, তাৰ বৰ্ণনা তলৰ স্তৱকটোত সুন্দৰকৈ ফুটি উঠিছে।

খাট পাম থকা বৰুৱা ফুকনে
হালোৱা-চহৰ মাটি ডৰা
ঠগ কৰি লয়, তথাপি চহাই
কয়, কপালে নাটিলে কি কৰা।

উকা বাস্তৱ হ'লেও ইয়াত কবিয়ে কি ঘিণ কৰে আৰু কি ভাল পায়, তাক বুজিব পাৰি। মানৱতাবোধ স্তৱকটোৰ মূল ধন। 'মাতৃ-মূৰ্তি' নামৰ কবিতাৰ ভিক্ষাৰিণীজনীয়ে সকলো দুখ-কষ্ট সহ্য কৰিও

কোলাৰ কেচুৱাটোক কেনেকৈ ৰক্ষা কৰিছে, তাৰ বৰ্ণনা তেওঁ আন্তৰিকতাৰে দিছে ঃ—

আজি তই ভিক্ষাৰিণী বেশে
দিছ দেখা, একো কথা নাই
বোকোচাত কেচুৱাটি লই
মাতৃ-মূৰ্তি দিছ দেখুৱাই।

ফুকনে ইয়াৰ প্ৰতিকাৰ সম্বন্ধেও নভবাকৈ থকা নাই। 'দৈৱবাণী' কবিতাত পুত্ৰৰ অন্নপ্ৰাশনৰ দিনা ধনী গৃহস্থই হাড়ে-ছালে লগা মৃতপ্ৰায় ভিক্ষাৰীৰ মেলা হাত দেখি প্ৰমাদ গণিছে আৰু ভাবিছে

জীৱনত কৰিলোঁ কিমান ভুল মই
তাৰ কোনো লেখ-জোখ নাই
তাৰ ভ্ৰান্তি আহি আজি
আগুৰি ধৰিছে

ধনীৰ এই ভ্ৰান্তিৰ প্ৰতিকাৰ অনুশোচনাৰে কৰিব পাৰিনে? এনে অনুশোচনাত দগ্ধ হোৱাৰ সময় ধনীৰ নাই। তেওঁলোকৰ হৃদয় পৰিবৰ্তন নহয়। শ্ৰেণী প্ৰমূল্যৰ ওপৰত নিৰ্ভৰশীল ধনীয়ে শ্ৰেণী স্বাৰ্থৰ ক্ষতি সাধন কৰি কোনো কাম কৰিবলৈ আগ নাবাঢ়ে; এয়ে বাস্তৱ সত্য। গান্ধী বাদী ফুকনে হৃদয় পৰিবৰ্তনৰ তত্ত্বকে কাব্যিক ৰূপত ডাঙি ধৰিছে।

ফুকনৰ কবি-চৰিত্ৰত গান্ধীবাদী স্বাক্ষৰ জল্ জল্ পট্ পট্। দুখীয়াৰ দুখৰ প্ৰতিও তেওঁ সজাগ। ইয়াৰ উপৰিও, তেওঁৰ কবিতাত আছে অতীন্দ্ৰিয় আধ্যাত্মিকতা, ৰোমাণ্টিক দেশপ্ৰেম, নিৰ্জলা প্ৰকৃতি-প্ৰীতি, বিমূৰ্ত মানৱতা বোধ। ফুকন চিৰকুমাৰ; সংসাৰৰ লেঠা তেওঁৰ নাছিল। সেইবাবে শেষ বয়সলৈকে নানা ৰাজহুৱা অনুষ্ঠানৰ লগত তেওঁ নিজকে জড়িত ৰাখিবলৈ সময় পাইছিল। এনে ব্যস্ততাপূৰ্ণ জীৱনত তেওঁ হয়তো কবিতাৰ চৰ্চা যেনেদৰে কৰিব লাগিছিল, তেনেদৰে কৰিব নোৱাৰিছিল। সেইবাবে কাব্য-গুণ সম্পৰ্কে তেওঁ যথেষ্ট সতৰ্ক নহ'ল। কাব্য-গুণৰ মহিমা তেওঁৰ কবিতাত অস্বীকৃত বুলিলেও বঢ়াই কোৱা নহয়; কিন্তু গ্ৰাম্য পৰিবেশক কবিতাৰ মাজলৈ অনাৰ অনায়াস দক্ষতা ফুকনৰ কাব্য-চৰ্চাৰ উল্লেখযোগ্য দিশ। ফুকনৰ এই চেষ্টা তৰুণতৰ কবি সকলৰ বাবেও আদৰ্শস্থানীয়, কাৰণ প্ৰকৃত অসমীয়া কবিতাৰ জন্ম দিবলৈ হ'লে আমি গ্ৰাম্য পৰিবেশক ভালকৈ চিনি পাব লাগিব আৰু তাৰ আশা-আকাংক্ষা-স্বপ্নৰ বাহন ভাষাটোকো আয়ত্ত কৰিব লাগিব। ফুকনৰ ভাবৰ পৰিমণ্ডলত ধৰ্মীয় শাস্ত্ৰ-সমূহ, যীশু, বুদ্ধ, মহম্মদৰ ধৰ্মীয় মানৱতাবোধ, আৰু সৰ্বশেষত গান্ধীবাদ, ঘাইকৈ এইবোৰৰ প্ৰভাৱ বেছিকৈ অনুভূত হয়। তেওঁ মানসিক দিগন্ত বিস্তাৰ কৰাৰ প্ৰয়োজন বোধ কৰা নাছিল। অভিজ্ঞতা তেওঁৰ আছিল, কিন্তু ভাববাদী বিচ্যুতি আৰু পৰিবেশৰ ধূঁৱলী কুঁৱলীত সেই অভিজ্ঞতাক সাৰ্থক ভাৱে তেওঁ কাব্যিক বিভূতি পিন্ধাব নোৱাৰিলে। সেইবাবে তেওঁৰ কাব্যিক সিদ্ধি আংশিকহে, সামগ্ৰিক ভাৱে তেওঁৰ কবিতাৰ আধাৰ আৰু আধেয় উভয়েই ত্ৰুটীপূৰ্ণ।

———

# বাগ্মীবৰ নীলমণি ফুকনৰ কাব্য-দৰ্শন

—ড° কালিচৰণ দাস

"The only thing in the world or value is the active soul, which every man contains within him, although in almost all men obstructed and as yet unborn. The soul active sees absolute truth and utters truth or creates."

—Emerson.

বিশ্ব-বিশ্ৰুত কবি-দাৰ্শনিক ৰাল্‌ফ ইমাৰ্ছনৰ উল্লিখিত কথাখিনিৰ মাজত তেখেতে কৰ্মনিষ্ঠ আত্মাকেই সৰ্বাধিক মূল্যবান বুলি অভিহিত কৰিছে, যদিও ভাৰতীয় বৈদিক দৰ্শনত আত্মাক নিষ্ক্ৰিয় আৰু শুদ্ধ জ্ঞান-স্বৰূপ বুলিহে স্বীকাৰ কৰা হৈছে। গতিকে দাৰ্শনিক ইমাৰ্ছনে আত্মা ( soul ) কথাষাৰ ব্যক্তিৰ অৰ্থতহে ব্যৱহাৰ কৰিছে বুলি ভবা হৈছে। এনে নৈষ্ঠিক কৰ্মব্ৰতী পৱিত্ৰ ব্যক্তিয়েই যথাৰ্থ সত্যক সম্যক উপলব্ধি কৰি সত্য প্ৰকাশ কৰে বা সত্যনিষ্ঠ কাৰ্যৰ সৃষ্টি কৰিব পাৰে। সত্য সন্ধানী কাব্যও কবিৰ সত্য উপলব্ধিৰ এক প্ৰকাৰ বাহ্যিক প্ৰকাশৰ প্ৰচেষ্টা। সকলো প্ৰাণীৰ আত্মাতেই এই পৰম সত্যৰ বীজ নিহিত হলেও বেছি ভাগ লোকৰেই ক্ষেত্ৰত সেই সত্যৰ প্ৰকাশ বাধাপ্ৰাপ্ত হয়, আৰু কিছুমানৰ ক্ষেত্ৰত সেই পৰম সত্য সম্পূৰ্ণ অজাত অৱস্থাপ্ৰাপ্ত হয়গৈ। কবি আৰু কলাকাৰসকলে সত্য আৰু সুন্দৰৰ স্বকীয় আন্তৰিক উপলব্ধিক কাব্য আৰু কলাৰ মাজেদি ব্যক্ত কৰিবলৈ চেষ্টা কৰে। অভিজ্ঞতা আৰু উপলব্ধি নহলে কাব্য আৰু কলা সৃষ্টি ধৰ্মী হবও নোৱাৰে।

স্বৰ্গীয় নীলমণি ফুকন এগৰাকী কৃতী আৰু লব্ধপ্ৰতিষ্ঠ পুৰুষ



আছিল। আজীৱন চিৰকুমাৰ এইগৰাকী তেজস্বী আৰু প্ৰতিভাবান পুৰুষ আছিল, একেধাৰে সাহিত্যিক, কবি, সুবক্তা, শিক্ষক আৰু ৰাজনীতিবিদ। জীৱনৰ সকলোবোৰ কৰ্মক্ষেত্ৰতেই ফুকন ডাঙৰীয়াই অসাধাৰণ সাহস আৰু প্ৰতিভা, অকৃত্ৰিম সমাজ-হিতৈষণা আৰু স্বদেশ প্ৰীতি, আৰু অদম্য উৎসাহ আৰু প্ৰেৰণাৰ জীৱন্ত নিদৰ্শন দেখুৱাইছিল। পৈণত বয়সৰ গভীৰ অভিজ্ঞতা, সহজাত বাক্‌পটুতা আৰু তীক্ষ্ণ ধীমত্তাৰ বলত এইগৰাকী ভীষ্ম প্ৰতিম লোক সৰ্বজন প্ৰিয় 'ককা' আৰু বাগ্মীবৰ' বুলিয়েই সুবিদিত আছিল।

কবি হিচাপে ফুকন দেৱৰ প্ৰথম ৰচনা 'জ্যোতিকণা' প্ৰকাশিত হয় ১৯৩৯ চনত, যেতিয়া কবিজনাৰ বয়স উনষাঠি বছৰ। বাকীবোৰ কবিতা পুথি 'মানসী', 'গুটিমালি,' 'জিঞ্জিৰি', 'অমিত্ৰা', 'মৰ্ম্মবাণী', 'আহুতি', 'তৰুণ অসম', 'মৰাডালত কুঁহি-পাত', 'শতধাৰা', আদি ক্ৰমান্বয়ে চাৰিকুৰি বছৰ পাৰ হৈ যোৱালৈ ৰচিত হয়। 'মানস প্ৰতিমা' নামৰ কবিতা পুথিখনি কবিৰ ৯২ বছৰ বয়সত শ্ৰীনন্দ তালুকদাৰৰ দ্বাৰা সঙ্কলিত কবিৰ বাছকবনীয়া কবিতাৰ সংগ্ৰহ ৰূপে গুৱাহাটী বুক ষ্টলে ১৯৭১ চনত প্ৰথম প্ৰকাশ কৰে। এই সঙ্কলিত পুথি খনিৰ পাতনিত সঙ্কলক অধ্যাপক তালুকদাৰে মন্তব্য কৰিছে এনেদৰে ; "ফুকন ডাঙৰীয়াৰ সৰহভাগ কবিতাই জীৱনৰ ভাটী বয়সত ৰচনা কৰা। জীৱনৰ ভাটী বয়সত—ৰচনা কৰা বাবেই বোধকৰোঁ নৱন্যাস আন্দোলনৰ কবি হলেও নীলমণি ফুকনৰ কবিতাত আত্ম-পৰিতৃপ্তিৰ হাবিয়াস কম। সৌন্দৰ্য্যৰ সম্মোহনী শক্তিয়ে কবিক উদ্‌বাউল কৰি তুলিলেও কবি আপোন পাহৰা হব পৰা নাই। কবিৰ কবিতাত ভাৰতীয় দৰ্শনৰ প্ৰভাৱ সুস্পষ্ট" ইত্যাদি। 'জ্যোতি কণা'ক সমুখত ৰাখি কবি ফুকন ডাঙৰীয়াই যেতিয়া কাব্য-জগতত প্ৰবেশ কৰে, তেতিয়া সেই পুথিৰ স্বৰচিত পাতনিত কোৱা হৈছে যে, জাৰকালিৰ ডাঠ কুঁৱলীয়ে প্ৰভাতী প্ৰকৃতিক যি দৰে ছাটি ধৰে, তেনেকৈ অৱসাদপূৰ্ণ মনৰ ধোঁৱা-কোঁৱা দূৰ কৰি অনিৰ্বচনীয় আনন্দৰ

সোৱাদ পোৱাৰ আশাৰে তেওঁ কাব্য ৰচনাত ব্ৰতী হয়। গোস্পদৰ পানীচলুতেই নভোমণ্ডলৰ প্ৰতিবিম্ব দৰ্শন কৰাৰ দৰে কবিও প্ৰধান পুৰুষৰ কোটি সূৰ্য্য জিনিব পৰা অসীম জ্যোতিৰ আত্মনিহিত জ্যোতি-কণাৰ পোহৰতে বালিচাঁহীকো জ্যোতিষ্মান কৰা অনন্ত জ্যোতিৰ সন্ধানত ব্যাকুল হৈ পৰে। মানৱ মনৰ তিনিটা মৌলিক প্ৰক্ৰিয়া-বুদ্ধি, ইচ্ছা আৰু আবেগ-অনুভূতি। বুদ্ধিৰ আদৰ্শ সত্য, ইচ্ছাৰ চৰম আদৰ্শ শিৱ, আৰু আবেগ-অনুভূতিৰ আদৰ্শ সুন্দৰ। ঈশ্বৰ যিহেতু সকলো কাম্য আৰু আদৰ্শৰ পৰম প্ৰতীক, বৈদিক দৰ্শনে সত্য-শিৱ-সুন্দৰৰ পূৰ্ণস্বৰূপ বুলিয়ে ঈশ্বৰক অভিহিত আৰু ধাৰণা কৰিছে। 'জ্যোতিকণা' প্ৰনেতা ফুকনদেৱে পুথিৰ পাতনিতেই ব্যক্ত কৰিছে যে যি পৰম জ্যোতিৰ একণি ৰশ্মিৰ পোহৰত মনৰ কুঁৱলী উৰলি গৈছে, সেই জ্যোতিকেই ধ্যান কৰি কবিতাৰ মাজেদিয়ে সত্য শিৱ-সুন্দৰৰ স্বৰূপ উপলব্ধিৰ প্ৰচেষ্টা সাৰ্থক হব। 'জ্যোতিকণা' কবি ফুকনদেৱৰ প্ৰাৰম্ভিক চেষ্টা হেতুকে এই পুথিৰ অন্তৰ্গত ১০৮ টি চুটি কবিতাক তেখেতে ইষ্টদেৱতাৰ স্তুতিৰ বেদীত 'নীলোৎপল' হব নোৱাৰিলেও আৰাধনা-কাব্যৰ 'ৰুদ্ৰাক্ষ' স্বৰূপেই সঙ্কল্প কৰিছে।

'জ্যোতিকণা'ৰ চুটি কবিতাসমূহ মধুকৰে মৌচাক সজাবলৈ সংগ্ৰহ কৰা বিবিধ ক্ষেত্ৰৰ নানা ফুলৰ মৌৰ দৰে নানা বিষয়-বস্তুৰ সমন্বয়। এই পুথিখনিৰ শব্দ-চয়নৰ নৈপুণ্য, কল্পনাৰ তীব্ৰতা অথবা সুৰ-শৈলীৰো পৰিচয় কমেই দিয়ে। কিন্তু অনুভৱ হয় যেন কবিৰ অভিজ্ঞতা-পৈণত আৰু পৰিণত বয়সৰ জ্ঞান-সমৃদ্ধ মনটোৱে ক্ষুদ্ৰ বিষয়-বস্তুকো আধ্যাত্মিক ৰহস্য আৰু দৰ্শনৰ তাত্ত্বিক আভৰণেৰে ৰূপহ বেশত দাঙি ধৰিবলৈহে যত্ন কৰিছে। কবিতাবোৰত কাব্যিক সৌন্দৰ্যতকৈ দাৰ্শনিক-আধ্যাত্মিক জ্ঞানৰ ৰাংপতা দ ভাবৰ গধুৰতা আৰু কবিতাৰ মধুৰতা বৃদ্ধিৰ প্ৰচেষ্টা কৰা যেন লাগে। যেনে, 'কুঁৱলী'ৰ মৰ্ম কথা—

"চিদাকাশ জ্যোতিৰ্ময়ে কৰিলে পোহৰ
গুচিব সকলো মোৰ কুঁৱলী মনৰ।"



জ্যোতিষ্মান পৰম পুৰুষৰ জ্যোতিৰে অন্তৰ্নিহিত চৈতন্য উদ্ভাসিত হলে মনৰ তমোৰাশি নাইকিয়া হয়। আকৌ 'খুদ' কবিতাৰ মূল কথা—

"ক্ষুধাৰ নিবৃত্তি খুদতেই আছে।
প্ৰবৃত্তিয়ে মাথো মিছা ভোগ যাচে।"

খুদকণ খালেও ভোক গুচে, কিন্তু দৈহিক প্ৰবৃত্তিগত কামনাই মিছাতে ভোগৰ লালসা দি জীৱনক অযথা নিৰ্যাতিত কৰে। কবিতাটিত কণাদ মুনি, ভক্ত বিদুৰ আৰু পৰুৰাৰ দুৰ্বাৰ কৰ্ম-শক্তিৰ উদাহৰণ দিয়া হৈছে।

ব্যক্তিগত জীৱনৰ চিৰ—কৌমাৰ্যৰ সংযম আৰু উদাসীনতা, ভাটী বয়সৰ জ্ঞানপুষ্ট মনোবৃত্তি আৰু অভিজ্ঞতাসিক্ত অনুভূতিৰ হেতুকে কবিজনাৰ কবিতাত বাহ্যিক সৌন্দৰ্যৰ প্ৰতি ব্যাকুলতা নাই; আছে ৰহস্য-সন্ধানী মনৰ ক্ষুদ্ৰৰ মাজত বিৰাটক, প্ৰাকৃতিক খণ্ড সৌন্দৰ্যৰ মাজত চিৰসুন্দৰৰ প্ৰতিবিম্ব আকাশ, দিগন্ত আৰু সাগৰৰ বিশালতাৰ নিদৰ্শনত অসীমক সন্ধান কৰাৰ কুতূহল। তেখেতৰ কবিতাসমূহত যৌন আবেগৰ উন্মাদনা অথবা নাৰী-সৌন্দৰ্যৰ আকৰ্ষণো নাই; আছে স্বদেশ-প্ৰেম, গাঁৱলীয়া জীৱনৰ সৰলতাৰ প্ৰতি সমাদৰ, আৰু ৰহস্যবাদীৰ ইন্দ্ৰিয়াতীত তত্ত্বৰ প্ৰতি ব্যাকুলতা।

"বিশ্বব্ৰহ্মাণ্ডৰ স্বৰূপ নহয়
বাহিৰত দেখাখিনি।
স্থিৰ আতমাত অনুৰূপ ছবি
অন্তৰ্দৃষ্টিৰে মনি॥"

অন্তৰ্দৃষ্টি বা অন্তঃপ্ৰজ্ঞা (intuition) ৰহস্যবাদী আৰু আধ্যাত্মিক সন্ধানৰ প্ৰধান উপায় বুলি কবিজনাই বিশ্বাস কৰে। তেওঁ সম্পূৰ্ণ বিশ্বাস কৰে আধ্যাত্মিক তত্ত্বৰ প্ৰকাশ অনিৰ্বাচ্য; ইন্দ্ৰিয়গ্ৰাহ্য শব্দৰ যোগেদি নহয়, আধ্যাত্মিক অন্তৰ্দৰ্শন আৰু নিৰ্বাক ধ্যানৰ মাধ্যমেৰেহে আত্মজ্ঞান আৰু আত্মোপলব্ধি লাভ হয়। 'জ্যোতি কণা'ৰ কবি

ফুকনদেৱৰ কবিতা পুথিখনত কবিৰ মনৰ "হৃদয়-দুৱাৰ ঠেলা" আৰু বিশ্ববিহাৰী সুদূৰপ্ৰসাৰী হাবিয়াসৰ হেতুকেই বিষয়-বাছনিত সংহতিৰ কিছু অভাৱ পৰিলক্ষিত হয়।

কবিৰ মনে 'জ্যোতি কণা'ৰ পোহৰত বালিচাঁহীৰপৰা জড়-চেতন চৰাচৰ বিশ্বত ভুমুকি মৰাৰ বাহিৰেও ধৰ্ম-দৰ্শনৰ ক্ষেত্ৰত বৈদিক দৰ্শন, 'আবেস্তা'ৰ আত্ম-শুদ্ধিৰ পথ, মহাচীনৰ জ্ঞানী দাৰ্শনিক কনফিউচিয়াছৰ সদাচাৰ আৰু পূৰ্বপুৰুষৰ মহৎ গুণৰাজিৰ আহৰণ আৰু সত্য-নিষ্ঠাৰ প্ৰচাৰ, যীশুখ্ৰীষ্টৰ অমোঘপ্ৰেম সত্যশান্তিৰ বাণী, আৰু তেনেকৈয়ে পৱিত্ৰ কোৰাণৰ বাণী 'খোদা এক আৰু তেখেতৰ ইচ্ছানুসাৰেই গ্লানি-যুগৰ অৱসান আৰু সত্যৰ প্ৰৱৰ্তনৰ বাবে অগণন প্ৰেৰিত পুৰুষৰ অৱতাৰ হ'ব'—এই সকলোবোৰ ধৰ্মীয় দৰ্শনৰ সৈতে পৰিচয় লাভ কৰাৰ কথা কেতবোৰ কবিতাই ব্যক্ত কৰিছে। গতিকে কবি ফুকনদেৱ অকল ভাৰতীয় দৰ্শনৰদ্বাৰাই প্ৰভাবান্বিত হৈছে বুলি কলে সম্ভৱতঃ তেওঁৰ দাৰ্শনিক আৰু অভিজ্ঞতাভিত্তিক চিন্তাধাৰাক সঙ্কীৰ্ণতৰ গণ্ডীৰ মাজলৈ ঠেলি অনা হব। শিক্ষা, অধ্যয়ন আৰু পৈণত বয়সৰ নানা বিষয়ৰ অভিজ্ঞতাই তেখেতৰ প্ৰায়বোৰ কবিতাকেই নীতি-শিক্ষা-ধৰ্মী আৰু বিষয়-প্ৰসাৰী হোৱাত উদ্দীপনা যোগাইছিল। 'দৰ্শন' আৰু 'বিজ্ঞান' শীৰ্ষক কবিতা দুটিত দৰ্শন আৰু বিজ্ঞানৰ বৈশিষ্ট্য প্ৰকাশ কৰা হৈছে। বুদ্ধদেৱৰ জ্ঞান লাভ, যীশুৰ প্ৰেম-মন্ত্ৰ, ৰচুল নবীৰ 'খোদা এক আৰু অভেদ' ইত্যাদি চিৰন্তন সত্যসমূহ দৰ্শনৰ অৱদান। কিন্তু বিজ্ঞানৰ বিশ্লেষণ-পদ্ধতি আৰু প্ৰকৃতিৰ বিভাগীয় নিৰীক্ষণৰ জৰিয়তে পোৱা জ্ঞানে সৃষ্টিৰ ৰহস্য বুজিব নোৱাৰে। কবিয়ে লিখিছে—

"পথালি চকুৱে মাথোঁ দেখে তমোৰাশি।
আত্মদৃষ্টি একমাত্ৰ অন্ধকাৰনাশী॥" (দৰ্শন)

আকৌ, "বিজ্ঞান! তোমাৰ ভুল এইখিনিতেই—
একক চাব খোজা দুটা চকুৰেই।"



'জ্যোতি কণা'ৰ ৰছৰচেৰেক পাছত ৰচিত কবিতাপুথি 'মানসী' চিৰসুন্দৰৰ উপলব্ধিৰ অপূৰ্ণতা আৰু অতৃপ্তিৰ উদ্দীপনাৰ ফলত ৰচিত বুলি কবিয়ে 'আগ কথা'ত স্বীকাৰ কৰিছে। সৌন্দৰ্য অতীন্দ্ৰিয় আৰু অনুভূতিলভ্য। তেওঁৰ মতে সৌন্দৰ্য নিৰাধাৰ আৰু অতীন্দ্ৰিয়। প্ৰকৃতি-নিহিত খণ্ড সৌন্দৰ্যই চিৰসুন্দৰৰ ধাৰণা আৰু আনন্দ দিব নোৱাৰে। তেওঁৰ অতৃপ্ত প্ৰাণৰ চিৰসুন্দৰ-সন্ধানৰ ব্যাকুলতাই সুন্দৰৰ যি মানস প্ৰতিমা থাপনা কৰিছে, সি তেওঁৰ "প্ৰেয়সী, শ্ৰেয়সী, সহচৰী, অথচ জীৱন-পথত অচিনাকি।" গতিকে 'মানসী'ৰ কবিতাসমূহ সুন্দৰৰ মানস-চিত্ৰকেই ভিত্তি কৰি ৰচিত। প্ৰথম কবিতাটিত এই ভাবকেই ব্যক্ত কৰা হৈছে। কবিৰ কবিতাৰ প্ৰাণ-প্ৰতিষ্ঠাত্ৰী 'মানসী'ক কাব্যৰ মাজত নানাভাৱে বৰ্ণনা কৰা হৈছে যদিও সেই অৰূপ, নিৰাধাৰ আৰু নিৰালম্ব সৌন্দৰ্যক বিশেষ ৰূপত প্ৰকাশ কৰিব নোৱাৰি।

"অৰূপৰ ৰূপ
আছে ব্যাপকত
নিৰালম্ব ছবি
বিশ্ব পটত,
সাঁচত মাৰিব
নোৱাৰি সি ৰূপ,
প্ৰতিচ্ছবি নুঠে
অংকনত।"

তথাপি সেই অসীম অৰূপ সৌন্দৰ্যই বিশ্ব-ব্ৰহ্মাণ্ড ৰূপত নানা বিশেষ বস্তুৰ মাজত বিশেষত্বলৈ বিমোহন বিশ্ব-সৌন্দৰ্যত বিৰাজ কৰিছে। কবিৰ 'সুন্দৰৰ লীলা' কবিতাটোত এই ধাৰণাকেই সাৰ্থকভাৱে বৰ্ণনা কৰা হৈছে। চিৰসুন্দৰ বিশ্ব-জগত ব্যাপি তেওঁৰ অখণ্ড ৰূপ-মাধুৰী খণ্ড বিশেষ ৰূপত ব্যক্ত কৰি বিমোহন বিশ্ব-ৰূপ বিভাসিত কৰিছে। যি সৌন্দৰ্যৰ বিকাশত মুগ্ধ হৈ—

"হৰিণীয়ে থাকে
ৰ' লাগি চাই,
মুখৰ দুবৰি
পৰে সৰি ;
ময়ূৰীয়ে দেখে
ময়ুৰেই যেন
আছে তোমাতেই
চালি ধৰি।"

তেনেদৰেই,

ৰমণীৰ তুমি
প্ৰিয়-দৰ্শন,
তুমি কামিনীৰ
কণ্ঠ-হাৰ
তুমিয়েই কন্দৰ্প
ভস্মীভূত কাম
ত্ৰিনেত্ৰত দেখা
সৌন্দৰ্য সাৰ।"

তথাপি চিৰসুন্দৰ যথাৰ্থতেই সকলো প্ৰকাশিত ৰূপত অতীত আৰু অনিৰ্বাচ্য। 'মানসী'ৰ কবিতাবোৰৰ মাজত প্ৰকাশিত ধাৰণাসমূহ উপনিষদীয় দৰ্শনৰ আধাৰত প্ৰকাশিত হৈছে। বৃহদাৰণ্যক উপনিষদত ঋষি যাজ্ঞবল্ক্যই পাৰ্থিৱ সুখ-ভোগৰ প্ৰতি বিৰাগিণী পত্নী মৈত্ৰেয়ীৰ পাৰমাৰ্থিক জিজ্ঞাসাৰ উত্তৰত কৈছিল :—

'ইয়ং পৃথিৱী সৰ্বেষাং মধু। অস্যৈ পৃথিব্যৈ সৰ্বানি ভূতানি মধু। যশ্চায়ং অস্যাং পৃথিব্যাং তেজোময়ো মৃত ময়ঃ পুৰুযোয়মেৱ স যোয়মাতমা। ইদমমৃতম্। ইদং ব্ৰহ্ম। ইদং সৰ্বম্॥' আকৌ কোৱা হৈছে—"অয়মাত্মা সৰ্বেষাং ভূতানাং মধু। অস্যাত্মনঃ সৰ্বানি ভূতানি



মধু। যশ্চায়মস্মিন্নাত্মনি—তেজোময়োমৃতময়ঃ পুৰুষোয়মেৱ স যোয়মাতমা। ইদমমৃতম্। ইদং ব্ৰহ্ম। ইদং সৰ্বম॥"

এই পৃথিৱী সকলো প্ৰাণীৰ বাবেই মধুৰ। আনহাতে, সকলো জীৱ পৃথিৱীৰ বাবেও মধুৰ। সেইজনা পুৰুষেই এই পৃথিৱীৰ জ্যোতি আৰু অমৃত; আৰু তেৱেঁই আত্মা স্বৰূপ, তেৱেঁই অমৃত। তেৱেঁই ব্ৰহ্ম, আৰু তেৱেঁই সকলো। সেই আত্মা সকলো প্ৰাণীৰ বাবেই মধুৰ। আত্মাৰ কাৰণেও সকলো প্ৰাণীয়েই মধুৰ। সেই আত্মাৰ মাজত যিজনা পৰম পুৰুষ বিৰাজ কৰিছে, তেৱেঁই দীপ্তি আৰু অমৃত, আৰু তেৱেঁই যথাৰ্থতে আত্মা। তেৱেঁই অমৃত। তেৱেঁই ব্ৰহ্ম। তেৱেঁই সকলো।

কবি ফুকনদেৱৰ 'মানসী'ত ব্ৰহ্ম বা আত্মাৰ সৌন্দৰ্য সন্ধানৰ তীব্ৰ আকুলতাকেই নানাভাৱে বৰ্ণনা কৰা হৈছে।

"ৰূপ-কোঁৱৰৰ ৰূপত ভাহিছে
চৰাচৰ বিশ্বখনি,
ইপাৰ সিপাৰ ৰূপ সাগৰৰ
কোনেনো দেখিব মনি।"

ৰূপ-সৌন্দৰ্য ইন্দ্ৰিয় গ্ৰাহ্য বাহিক বস্তু নহয়। যাৰ আত্ম-দৰ্শন বা আত্মোপলব্ধিৰ সৌভাগ্য ঘটে, তেনে ভাগ্যবানেই পৰমানন্দ লাভ কৰে। ভাৰতীয় দৰ্শনৰ লক্ষ্য আত্ম-দৰ্শন, জ্ঞানৰ চৰম লক্ষ্য ব্ৰহ্ম-জ্ঞান, নৈতিক আদৰ্শ শিৱ, আৰু কলাকাৰসকলে ধিয়ায় চিৰসুন্দৰলৈ। কবিয়ে লিখিছে—

"আত্ম চেতনাৰ মাজে
দেখা দিয়ে চৈতন্য পুৰুষ-জীৱাত্মাৰ
ধ্যান-ধাৰণাৰ বস্তু, আনন্দ স্বৰূপ।"

কবি ফুকনে কবিতাক দৰ্শনতকৈ উচ্চতৰ স্থান দিছে। তেওঁ ভাবে—

"সত্যাৰ্থ প্ৰকাশ হয় তোমাৰ কাব্যত,
কবিতা তোমাৰ সুন্দৰৰ উপাসনা;
তুমি কোৱা কাহিনীয়ে মঙ্গল সূচায়।
দাৰ্শনিকে দেখে যিটো সমস্যা জটিল;
তোমাৰ দৃষ্টিত সিটো সহজ সাধনা।"
(কবি)

কবি ফুকন ডাঙৰীয়াৰ ৰহস্যবাদী দাৰ্শনিক সন্ধান প্ৰবল ৰূপত দেখা দিয়ে তেখেতৰ সৰু কবিতা পুথি 'সন্ধানী'ৰ কবিতাসমূহৰ মাজেদি। এইখন পুথি প্ৰকাশিত হয় ১৯৫৩ চনত, অৰ্থাৎ লেখকৰ বয়স যেতিয়া ৭৩ বছৰ। গ্ৰন্থকাৰে নিজেই স্বীকাৰ কৰিছে যে পুথিখনিৰ বিষয়-বস্তু আৰু চিন্তাধাৰাৰ বুজ লৈ পুথিৰ নামকৰণ কৰিছিল সু-সাহিত্যিক অধ্যাপক ড° মহেশ্বৰ নেওগে। 'সন্ধানী'ৰ সন্ধানৰ ফলতেই কবিয়ে হেনো অতীন্দ্ৰিয় জগতৰ আৰু জন্ম-জন্মান্তৰৰ 'সিপাৰৰ ৰিংটো'ও শুনিছে। তেওঁৰ পূৰ্ণ বিশ্বাস—"সন্ধানতেই জগতৰ গতি, ইয়াৰ গত্যন্তৰ নাই।" সন্ধানতেই মনৰ ধ্যান, আৰু ধ্যানৰ ফলতে জ্ঞান আৰু আনন্দ। ভাটী-বয়সৰ অভিজ্ঞতাসমৃদ্ধ কবিৰ মনটো আকস্মিকভাৱে ভ্ৰাতৃৰ সলিল সমাধি হোৱাৰ পাছত জগত আৰু জীৱনৰ ৰহস্যৰ পম খেদি ব্যাকুল হয়। 'সন্ধানী'ৰ চিন্তাধাৰা সেই বাবেই সম্ভৱতঃ অধিক গধুৰ, তীব্ৰ আৰু আবেগভৰা যেন লাগে। কবিয়ে 'আগ কথাৰ' মাজত সন্ধান বা অনুসন্ধিৎসাৰ মূল্যৰ ওপৰত অশেষ গুৰুত্ব দিছে। তেওঁ ভাবে, বিশ্বজগত ৰহস্য উদ্‌ঘাটন আৰু জীৱন-সমস্যাৰ সমাধান পাবলৈ যি একাগ্ৰ প্ৰচেষ্টা চলে, তাৰ যোগেদিহে আত্ম-দৰ্শন সম্ভৱ। 'সন্ধানী' কিহৰ সন্ধানত ফুৰিছে, এই কথা হেনো কবিয়ে নিজেও নাজানে। তথাপি চিন্তনশীল মানৱ-মনত চিন্তা আৰু এনে সন্ধানৰ কোনো কালেই বিৰতি নাই। কবিয়ে লিখিছে:

"প্ৰশ্ন তোমাৰ কোনো কালে শেষ
নহয় বাবেই আত্ম জ্ঞান



লভি, আছা তুমি প্ৰতি প্ৰশ্নতেই
ওচৰ চাপেহি সমিধান।"

হেগেলৰ দৰ্শনত যি দ্বন্দ্বাত্মক ৰীতিক (dialectical process) বিশ্বজগতৰ বিকাশ-পদ্ধতি বুলি লোৱা হৈছে, কবি ফুকনেও জাগতিক ক্ৰমবিকাশ প্ৰথাত দ্বন্দ্ব-ভাব সন্নিবিষ্ট বুলি উপলব্ধি কৰিছে। কিন্তু এনে দ্বন্দ্বাত্মক ৰীতিৰ উদ্দেশ্যৰ তেওঁ সমিধান নাপালে।

"জন্ম-মৃত্যু মিলনৰ ঠাই
বিচাৰিও নাপাওঁ সন্ধান;
দ্বন্দ্বভাব কিয় জগতৰ?
প্ৰশ্নটিৰ নাই সমিধান।"
(দ্বন্দ্ব-ভাব)

প্ৰাচীন গ্ৰীচৰ ইলিয়াৰ (Elea) দাৰ্শনিক জেনোক (Zeno) দ্বন্দ্বাত্মক ধাৰণাৰ প্ৰৱৰ্তক বুলি ভবা হয়। মাৰ্ক্সবাদী দাৰ্শনিক চিন্তাধাৰাতো এই ধাৰণা সুস্পষ্ট কাৰণে ইয়াক দ্বন্দ্বাত্মক জড়বাদ (Dialectical materialism) আখ্যা দিয়া হৈছে। যি হওক, বিশ্ব প্ৰবাহত দ্বান্দ্বিক ৰীতি এটা মৌলিক ধাৰণা। কবি ফুকন ডাঙৰীয়াই সন্ধান (Quest) বা কুতূহলৰ ওপৰত বিশেষ গুৰুত্ব দিছে। এই জিজ্ঞাসাৰ ফলতেই আত্ম-জ্ঞান আৰু আধ্যাত্মিক উপলব্ধিও হয় বুলি তেওঁ বিশ্বাস কৰে। সন্ধানেই অৱশেষত শান্তিৰ পথ প্ৰদান কৰি জীৱনত সন্তোষ আৰু আনন্দ দিয়ে।

"আতমাত ললোঁ থিত এইবাৰ,
পথ নিবিচাৰোঁ কৰিলো থিৰ;
দেখো বহি আছোঁ শান্তি আশ্ৰমত,
সিদ্ধ যোগী দৰে ধ্যানত স্থিৰ।" (শান্তিৰ পথ)

'সৃষ্টিধাৰা' কবিতাটিত কবি অবিৰাম পৰিবৰ্তন আৰু নতুন সৃষ্টিৰ ক্ৰমিক প্ৰবাহ দেখি অভিভূত হৈছে।

"খণ্ড প্ৰলয়ৰ মাজে জগতৰ
সৃষ্টি ধাৰা কেনি বৈ যায় ;
আদি-অনাদিৰো সৃষ্টি পাতনিৰো
অগোচৰ য'ত সেই ঠাই।"

জড়বাদ আৰু যান্ত্ৰিকতাবাদ-বিৰোধী ফৰাচী দাৰ্শনিক বাৰ্গছোঁই (Bagson) একেদৰেই প্ৰাণশক্তিকেই (elan vital) অন্তৰ্নিহিত সৃজনী শক্তিৰূপে ধাৰণা কৰিছিল। সংস্থিতিৰ (durie, duration) ধাৰণাই কালৰ (time) সাৰমৰ্ম। কালৰ অগ্ৰগতিয়ে ভূত; বৰ্তমান আৰু ভবিষ্যতক আঁকোৱালি সৃষ্টিৰ অগ্ৰগতি সংৰক্ষণ কৰে। মানৱ চৈতন্যও স্মৃতি সংস্থিতিৰ বাহক। সচেতন প্ৰাণীৰ ক্ষেত্ৰত পৰিবৰ্তনহে অস্তিত্বৰ প্ৰতীক। পৰিবৰ্তনহৈ পৰিবৰ্ধন আৰু পৰিনতি ; আৰু পৰিবৰ্ধন মানেই নিৰন্তৰ আত্মবিকাশ পদ্ধতি। সৃষ্টি ধাৰা বাৰ্গছোঁৰ বৰ্ণনাত চলচ্চিত্ৰৰ চলন্ত ছবিসমূহৰ দৃষ্টি তুল্য। পৰিবৰ্তনৰ বুকুত স্থিতিৰ বৰ্ণনা দিছে কবিয়ে এনেদৰে—

"বিশাল মৰুৰ বহল বুকুৰ
ওপৰে কিমান ধুমুহা যায়।
তথাপি যে তাৰ বালুকা কণাৰ
কোনো কালে ক্ষয় হোৱা নাই।"

পৰিণামী জগতৰ অবিৰাম পৰিবৰ্তনৰ বোধ নাইকিয়া কৰাৰ উপায়ো কবিজনাৰ অবিদিত নহয়। এই প্ৰসঙ্গত সাংখ্য-যোগৰ চিত্ত-বৃত্তি নিৰোধৰ নিৰ্বিকাৰ অৱস্থাত বাহ্যিক প্ৰাকৃতিক পৰিবৰ্তনে মানসিক বিকাৰ ৰুদ্ধ কৰা অৱস্থাত চিত্ত-চাঞ্চল্যবিহীন আন্তৰিক স্বস্থ আৰু শান্তিপূৰ্ণ অৱস্থা পাব পৰাটো কবিয়ে সম্পূৰ্ণ বিশ্বাস কৰে।

"সমাধিস্থ হব পাৰিলেই দেখি
জন্ম-মৃত্যু নাই ভেদা-ভেদ ;
জীৱনৰ স'তে একেটা পথতে ;
গই আছে, নাই ছেদ ভেদ।" (জীৱন)



বিশ্বজগতৰ বাহিৰ-ভিতৰ সৰ্বাঙ্গ সুন্দৰ বুলি কবি ফুকনদেৱৰ পূৰ্ণ বিশ্বাস। দৃষ্টিভঙ্গী নিৰ্ভুল হলে জগতৰ সকলো সুন্দৰ। জাৰ্মান দাৰ্শনিক লাইব্‌নিট্‌জেও (Leibnitz) কৈছিল এইখন বিশ্বজগতেই সৰ্বশ্ৰেষ্ঠ ( This is the best of all possible worlds )। একেদৰে কবি ফুকনেও সৰ্বশুভবাদীৰ ( Optimists ) ভাষাৰে লিখিছে :

"বাহিৰ ভিতৰ ইমান সুন্দৰ
সংসাৰৰ, চাব জানিলে হয় ;
এতিয়া বুজিলোঁ কিয় হয় বাৰু
পৃথিবীৰ ধূলি স্বৰ্ণময়।" ( স্বৰ্ণময় )

জগত আৰু প্ৰকৃতিক সৈতে কবিৰ একাত্মবোধ মন কৰিবলগীয়া। জীৱন-মৰণ উভয় অৱস্থাতেই কবি ফুকনে নিজক প্ৰকৃতিৰ অবিচ্ছেদ্য অঙ্গ ৰূপে উপলব্ধি কৰিছে। যেনে,

"যিদিনা প্ৰলয় ঘটিব বিশ্বৰ ;
মহাপ্লবানত উঠিব ভাহি
মোৰেই জীৱন, পদ্মাসন পাতি,
শতদল হই মেলিব পাহি।" ( মোৰেই জীৱন )

আকৌ,

"কোটি সূৰ্য্য আছে প্ৰকাশিত হই,
তৰাৰ ছবিটি বুকুত থই
পঞ্চভূতী দেহা এৰি যেন ময়ে,
আছোঁ তাৰ জ্যোতিকণাটি হই।" (মোৰেই মৰণ)

এই প্ৰাকৃতিক একাত্মবোধ ৰহস্যবাদীৰ নহয় ; কিয়নো ফুকনৰ কৰ্মনিষ্ঠা আৰু মানৱ সমাজ-প্ৰীতিও অসাধাৰণ। জগতখনক ফুকনে 'পুতলানাচ'ৰ সৈতে তুলনা কৰিলেও তেওঁৰ একান্ত বিশ্বাস যে সত্য আৰু ব্ৰহ্মানন্দৰ উপলব্ধি নিজৰ বিশুদ্ধ অন্তৰতহে কৰিব পাৰি।

নিষ্কাম কৰ্ম আৰু কৰ্তব্যই ধৰ্ম, ইয়াত তেওঁৰ প্ৰগাঢ় বিশ্বাস। তেওঁ লিখিছে—

"কপালৰ পৰা ঘাম
মাটিত পৰিলে সেয়ে হ'ব মোৰ
গঙ্গোদক শত তীৰ্থ স্নানৰ
ফল হাতে হাতে পাম।"

আকৌ,

"নেলাগে স্বৰ্গৰ সুখ,
পৃথিৱীৰ ধূলি মুঠি লই যদি
উমলি থাকোতে বালিঘৰ সাজি
নথহে তুৱাৰ মুখ।" (সুখৰ ধাম)

ফুকন ডাঙৰীয়াৰ কাব্য-দৰ্শন সম্পৰ্কে থূলমূলকৈ অলপ আলোচনা কৰা হ'ল। ইয়াত যদি দোষ-ত্ৰুটী হৈছে, সি আমাৰ; কিন্তু গুণ গৰিমা সকলো স্বৰ্গীয় ফুকন ডাঙৰীয়াৰ।

—০—

# নীলমণি ফুকনৰ কাব্যত মৃত্যু-চেতনা

—শ্ৰীঅমল ৰাজখোৱা

১৯৭৮ চনৰ ২১ জানুৱাৰী। আবেলিৰ ৰ'দ জাক কোমল হৈ আহিছিল। ভোগদৈৰ বালিত অগ্নিয়ে গ্ৰাস কৰিছিল এটি জীৱন্ত শতিকাক—এটি অফুৰন্ত কৰ্ম-শক্তিক। ভোগদৈৰ পানীত ৰঙা-বগা অসংখ্য বৰণীয়া ফুল উটি গৈছিল—শতিকাৰ স্মৃতি বহন কৰি। বেলি পৰাৰ লগে লগে হাজাৰ হাজাৰ শোকাকুল জনতা অৱশেষত গুচি গ'ল। অকলশৰে ভোগদৈৰ পাৰত ৰ'ল মাথোন অসমৰ ভীষ্মপ্ৰতিম ককা নীলমণি ফুকনৰ অৱশিষ্ট। তাৰপৰাই যেন তেখেতে উদাত্ত কণ্ঠেৰে সোঁৱৰাইছে।

"………মই জীয়াই থাকিম ক'ত? তোমালোকৰ হাতত। মই মৰি গ'লে যদি মোৰ আদৰ্শত মই কোৱা কথাখিনিকে স্মৰণ কৰি সেইমতে কাম কৰিবলৈ দৰ্কাৰ বুলি ভাবা, তেতিয়াই মই জীয়াই থাকিম"।

নীলমণি ফুকনৰ সাহিত্যত পৰিস্ফুট প্ৰধান দুটা বিষয় হ'ল—পৃথিৱীৰ মাজত জীয়াই থকাৰ এটি মোহ, আকৌ কেতিয়াবা জীৱন-পথত মৃত্যুৰ ৰামধনু দেখাৰ ইংগিত আৰু মন্তব্য। কবি ৰবীন্দ্ৰনাথৰ "সীমাৰ মধ্যেই অসীমেৰ মিলন সাধনেৰ পালা" বা "বিশ্বব্যাপী পৰিপূৰ্ণতাকে অন্তৰ্দৃষ্টিতে দেখা"ৰ দৰে, ফুকনেও শেষ বয়সত তেখেতৰ লেখাত মৃত্যুৰ চেতনা উপলব্ধি কৰিছিল। সাধাৰণতে ফুকনৰ ৰচনাৰ এই বিশেষ ধাৰাৰ বিষয়ে বিশেষ আলোচনা কৰা পাঠক বা ফুকনৰ

গুণগ্ৰাহী সকলে দেখা নাই। ফুকনৰ ৰচনাত[1] মৃত্যুক সাধাৰণ অৰ্থত স্বীকাৰ কৰা নাই। তেখেতৰ মতে

"মৃত্যু বিভীষিকা মাথোন মনৰ,
প্ৰাণ আতংকিত কৰিব নোৱাৰে,
মৃত্যুৰ সিপাৰে থকা জীৱনৰ
সঙ্গ লাভ কৰি থাকে নিৰন্তৰে"[2]
(প্ৰাণৰ কথা)

নীলমণি-কাব্যত মৃতুৰ সুষম উপলব্ধিৰ মুল হ'ল উপনিষদ আৰু তেনে জাতীয় গ্ৰন্থ। উক্ত গ্ৰন্থবোৰৰ মাজেদি মৃত্যুৰ চেতনা-স্বৰূপ বুজি কবিয়ে মৃত্যুচ্ছায়াৰে আবৰা ধৰণীক নতুনকৈ চাবলৈ ইচ্ছা কৰিছে 'পুষ্পিতা ধৰণী'ত[3]। অৱশ্যে এই বিষয়ে তেখেতৰ আত্ম-উপলব্ধি আছিল বহুত বেছি। এই ক্ষেত্ৰত ফুকনৰ ভাবৰ মৰ্মস্পৰ্শী আবেদন লক্ষ্যণীয়। পৰলোকতত্ব সম্পৰ্কে অণুধাৱন কৰিলে শ্বেতাশ্বতৰ উপনিষদত পোৱা যায়, "তমেব বিদিত্বাতি মৃত্যুমেতি" (৩/৮)। মৃত্যু ভগৱানৰ এটি স্বয়ং সম্পূৰ্ণ শক্তি নহয়, ই মাত্ৰ এটা বিকাৰহে। যিজনে পৰমাত্মাক উপলব্ধি কৰিব পাৰে, তেওঁৰ বাবে মৃত্যুৰ প্ৰকৃত ৰূপৰ অৰ্থ বেলেগ। ফুকনেও এই উপলব্ধি শেষ বয়সত ভালদৰে হৃদয়ংগম কৰিব পাৰিছিল।

(১) ফুকনৰ ৰচনাৱলী— জ্যোতিকণা (১৯৩৮), সাহিত্য কলা (১৯৪০), জয়াতীৰ্থ (১৯৪১), মানসী (১৯৪৩), চিন্তামণি (১৯৪৯), গুটিমালি (১৯৫০), জিঞ্জিৰি (১৯৫১), অমিত্ৰা (১৯৫২), সন্ধানী (১৯৫৩), আহুতি (১৯৬১), শতধাৰা, মৰ্মবাণী (১৯৬৩), তৰুণ অসম (১৯৬৫), মৰাডালৰ কুঁহিপাত (১৯৬৫), মানস প্ৰতিমা (১৯৭১), তুমিনো নোহোৱা কি? (১৯৭৩), পুষ্পিতা ধৰণী (১৯৭৫)। ইয়াৰ বাহিৰেও কেবাখনো অপ্ৰকাশিত পুথি আছে

(২) মৰাডালত কুঁহিপাত— পৃঃ ২২

(৩) কবিৰ জীৱিত কালত প্ৰকাশিত শেষ কবিতা পুথি। প্ৰথম প্ৰকাশ ১৯৭৫ চন।



মৃত্যুৰ কিছুদিনৰ আগতে অধ্যাপক শ্ৰীডিম্বেশ্বৰ শৰ্মাক তেখেতে কৈছিল, "মই আৰু বেছি দিন নাথাকোঁ। মোৰ গাত মৃত্যুৰ লক্ষণ প্ৰকাশ পাইছে।" এই বুলি তেখেতে আকাশৰ ফালে চাই গালে—

"দীপ নিৰ্বান সন্ধঞ্চ সুহৃদ বাক্যম্ অৰুন্ধতীম্
ন জিঘ্ৰন্তি ন শৃণ্বন্তি ন পশ্যন্তি গতায়ুসঃ ॥"

অৰ্থাৎ যাৰ মৃত্যু আসন্ন, তেনে লোকে চাকি নুমালেও গন্ধ নাপায়, সুহৃদ বাক্য নুশুনে, আৰু অৰুন্ধতী তৰা নেদেখে। সেয়েহে কবিয়ে 'সন্ধানী' দৃষ্টিৰে আবেগ-কণ্ঠে প্ৰকাশ কৰিছে—

"জন্ম-মৃত্যু মিলনৰ ঠাই,
বিচাৰিও নাপাওঁ সন্ধান—
দ্বন্দ্ব ভাব কিয় জগতৰ?
প্ৰশ্নটিৰ নাই সমিধান।"[4] (দ্বন্দ্বভাব)

এই "দ্বন্দ্বভাব"ৰ প্ৰকৃত সমাধান এতিয়াও হোৱা নাই। ই ৰহস্য হৈয়ে আছে।

জগত সাঁথৰ কৰি থই দিছা,
উত্তৰ বিচাৰি পোৱাটো টান;
সৃষ্টিৰ ৰহস্য নুবুজা কথাতে
আছে তাৰ যিটি সমাধান!"
(সাঁথৰ)[5]

কবিৰ প্ৰথম কবিতা 'কুঁৱলী'ত[6] কবিৰ জগত সম্পৰ্কীয় দাৰ্শনিক ভাব স্পষ্টভাৱে প্ৰকাশ পাইছে। এই জগত, জীৱধাৰী প্ৰাণীৰ বাবে এক মায়াৰ জগত। কিবা এটা হেৰোৱাৰ বেদনাই

(৪) সন্ধানী

(৫) উক্ত গ্ৰন্থ, পৃ, ৭

(৬) 'জ্যোতিকণা' — পৃ, ৩।

কবিৰ মনত যি এটি পূৰাব নোৱাৰা বেজাৰৰ সৃষ্টি কৰিলে, সেই বেজাৰত যেন কবিৰ মনোদৃষ্টিয়ে মুকলি সীমাহীন অনন্তৰ জ্যোতিষ্মান পুৰুষক অৱলোকন কৰিলে। অৱশ্যে মায়াময় সংসাৰৰপৰা সেই 'জ্যোতিষ্মান'ক অনুধাৱন কৰা সহজ নহয়—

"যিমানে কুঁৱলী ঠেলি যাওঁ আগবাঢ়ি,
সিমানে ধুৱঁলি হয় দশোদিশ মোৰ"

(কুঁৱলী)

কবিয়ে কুঁৱলী সম্পৰ্কে লিখিছে,—"আজি প্ৰায় বছৰেকৰো (আনুমানিক ১৮৫৯ শক) ওপৰ হ'ল। সেইদিনা ৭ পুহ, বাহিৰে ভিতৰে কুঁৱলীয়ে ছাটি আছিল। কাৰ্য-গতিকে কৰ্মক্ষেত্ৰৰপৰা আঁতৰি থাকিবলগীয়া হোৱাত হাতৰ সেঙেতা গুচাবলৈ মনৰ কুঁৱলীকো কিছুদুৰ পাতল কৰিবলৈ, মনৰ ধোঁৱা-কোৱা অৱস্থাত 'কুঁৱলী' বোলা কবিতাটো প্ৰথমে লিখা হয়। সেই দিনাৰেপৰা ৰবীন্দ্ৰ নাথৰ 'ভানুসিংহেৰ পদাবলী'ত থকা,

"মৰণ ৰে, তুঁহু মম শ্যাম সমান
তাপ বিমোচন কৰুণ কোৰ তব
মৃত্যু অমৃত কৰে দান"—ৰ দৰে নীলমণি ফুকনেও

মৃত্যুক "মুক্তিৰ পথ" বুলি কৈছে।

"মুক্তিৰ পথ নহয় সুগম
দুৰ্গম, অতি কণ্টকময়,
পথত শ্ৰান্ত, ক্লান্ত হোৱা জন
মুক্তি পথৰ যাত্ৰী নহয়"

(মুক্তিৰ পথ)[৭]

"লিখাৰ ধাৰ নিছিগাকৈ প্ৰতি দিনে মনত যি ভাৱৰ যি অনুভূতি হৈছিল, তাকেই লিপিবদ্ধ কৰি এটি অনিৰ্বচনীয় আনন্দ পোৱা বাবে তাক কবিতা বোলা হ'ল।" (৭) জিজ্ঞিৰি—পৃ, ৩৭



এই ক্ষেত্ৰত 'সন্ধানী'ৰ 'মৰণ' কবিতাটো (পৃ. ২২) তাৎপৰ্যপূৰ্ণ। কবিয়ে প্ৰথম স্তৱকতে 'মৰণ'ক "সিদ্ধি পথ" বুলি উল্লেখ কৰিছে,

"মৰণ! তুমিয়ে জীৱ জগতৰ
সমাধিৰ ঠাই; সিদ্ধিৰ পথত
জীৱই আজন্ম সাধনাৰ ফল
শেহান্তত পায় তোমাৰ হাতত।"

ৰবীন্দ্ৰ-কাব্যৰ "মৰম স্বপ্ন" (মানসী) আৰু হৃদয়-যমুনা (সোণাৰ তৰী) ৰ মৃত্যু-কল্পনাৰ দৰে নীলমণি কাব্যতো ই ৰোমাণ্টিক কল্পনাত পৰিণত হৈছে। মৃত্যু, ৰোমাণ্টিক কাব্যত সুপৰিচিত। কল্পলোকৰ জগত বাস্তৱৰ-সমন্বয় সাধনৰ প্ৰয়াস এই জাতীয় কবিতাৰ মূল বিষয়—

"জীৱনৰ তুমি চিৰ সহচৰ,
ফুৰা অনুগামী হই সদায়,
চাই ফুৰা লীলা-খেলা জীৱনৰ
নিজৰ একোতে আসক্তি নাই।"

(মৰণ)

ৰবীন্দ্ৰ-কাব্যৰ 'হৃদয়-যমুনা'ত উল্লেখ কৰা মৰণৰ থলী,

"স্নিগ্ধ শান্ত, সুগভীৰ, নাহি তল, নাহি তীৰ
মৃত্যুসম নীল নীল স্থিৰ বিৰাজে"ৰ দৰে নীলমণি কাব্যতো

মৰণ-ভূমিক 'মনোৰম' বুলি ব্যাখ্যা দিছে,—

"মৰণে বিচাৰে নিজ সমাধিৰ
ঠাই এডোখৰ—মনোৰম;
নাজানে সি ঠাই আছে নো বা ক'ত?
কোন বাটে গলে হব সুগম"

(অন্ত ক'ত?)[৮]

ৰোমাণ্টিক দৃষ্টিত এই জগতখনৰ চাৰিওফালে এক বিৰাট যৱনিকা

(৮) সন্ধানী—পৃ. ৪৭

বিৰাজ কৰিছে। ৰোমান্টিক কবিৰ মন দিব্য কল্পনাৰ আলোকেৰে সেই বিৰাট যৱনিকাৰ মকৰাজাল গুচাই দিব্য অপৰূপ লোকলৈ যাবলৈ উদ্যত হয়। জীৱন-মৰণৰ সীমাৰেখাৰ মাজেদি যেন তেওঁলোকে আভাস পায় অনন্ত সৌন্দৰ্যৰ অমৰ্ত্য সত্তাৰ।

"জীৱন-মৰণ ভেদা-ভেদ নাই তাত,
আদি-অনাদিৰো তাত আদি অন্ত-নাই,
দেশ-কাল-পাত্ৰ ভেদা-ভেদ নাই তাত,
ত্ৰিকালজ্ঞ ঋষিয়েও তত্ত্ব নাপায়"
(অনাদি)[৯]

কবিৰ এই অমৰ্ত্য সত্তা হ'ল আত্মকেন্দ্ৰিক। আত্মকেন্দ্ৰিক অনুভূতি ব্যৰ্থ হ'লে কবিয়ে সান্ত্বনা লাভ কৰে মৃত্যু-কল্পনাৰে। মৃত্যুৱে যেন তেওঁৰ বিৰোধ আৰু ব্যৰ্থতাৰপৰা মুক্তিৰ পথ হিচাপে দেখা দিয়ে। সমস্ত ৰহস্য-পথৰ অন্তিম পৰিণাম হিচাপে মৃত্যু হৈ পৰে ৰোমান্টিক কবিৰ একান্ত কাম্য। নীলমণি ফুকনৰ কাব্যতো এই মতৰ ইংগিত আছে। আকৌ প্ৰকৃততে কবলৈ গলে তেখেতৰ এই সম্পৰ্কীয় কাব্যৰ ধাৰা এই মতৰপৰা এৰাব পৰা নাই।

কথোপনিষদে মৃত্যুৰ স্বৰূপ এই দৰে বৰ্ণনা কৰিছে—

"পৰাচঃ কামানন্নুয়ন্তি বালা,
স্তে মৃত্যুৰ্যন্তি বিততস্য পাশম্" (৪/২)

আকৌ;

"মৃত্যোঃ স মৃতুমাপ্নোতি য ইহ নানেব পশ্যতি" (৪/১০)[১০]

(৯) তুমিনো নোহোৱা কি? পৃ. ১

(১০) অল্পবুদ্ধিৰ লোকে তেওঁলোকৰ জ্ঞান-চকুৰে বাহিৰতহে অনুসৰণ কৰে; সেই বাবে তেওঁলোক য'তে-ত'তেই মৃত্যুৰ পাশত আবদ্ধ হয়। "ষ'তে তেওঁ—তাতেই তেওঁ"—এই জ্ঞান লাভ কৰে তাজনে মৃত্যুৰপৰা মৃত্যুক লাভ কৰে।



ফুকনদেৱে পৰমাত্মাতত্ত্ব বুজিবলৈ চেষ্টা কৰিছিল। সেই বাবেই যেন তেখেত মৃত্যুৰ ক্ষেত্ৰত নিৰ্বিকাৰ। অৱশ্যে ফুকনৰ এটি আশাবাদ আছে—সেই আশাবাদ পৰিদৃষ্ট হয়, প্ৰথমতে, পৃথিৱীৰ মাজত থাকি পৰম জনক উপলব্ধি কৰা প্ৰচেষ্টাত, দ্বিতীয়তে মৃত্যুৰ পাছত হ'ব পৰা আত্মাৰ উপলব্ধিত। পাছৰ বিধ দাৰ্শনিক ব্যাখ্যাৰে 'বিকাৰ' মাথোন। এই খিনিতে তেখেতৰ এটি মন্তব্য চোৱা যাওক,—

"প্ৰাকৃতিক নিয়মৰ বশৱৰ্তী গছজোপা এফালৰপৰা মৰি আহিলেও, এটি অদৃশ্য শক্তিৰ বলত কোনো এটা মৰা ডালত দুটি কুঁহি পাতেৰেই শেষ সজীৱতাৰ পৰিচয় দিয়ে। মানুহৰো ক্ষয়শীল দেহা এফালৰপৰা ক্ষয় হৈ আহিলেও, সেই দেহাৰ কোনো এক ৰহস্যময় ঠাইত থকা সমস্ত জীৱনৰ অভিজ্ঞতা আৰু অনুভূতিবিলাকে প্ৰতিধ্বনি তুলি বাঙ্ময় জগতত প্ৰকাশিত হয়।"[১১] কবিৰ এই চিন্তা-ধাৰণাৰ মূল উৎস ক'ত? এই সম্পৰ্কে অৱশ্যে তেখেতে নিজেই স্বীকাৰ কৰিছে—"ৰুগ্ন দেহাত সূক্ষ্ম ভাবৰ এই অনুভূতিবিলাক কেনেকৈ আহিছিল, সেই কথা লিখকে আজিও ভাবি পোৱা নাই। কেৱল ইমানকে কব পাৰি যে, ভগা সঁজা এৰি বিহঙ্গমে মুক্ত আকাশত বিচৰণ কৰাৰ দৰে ৰোগ শয্যাত পৰি থকা দেহাই ঊৰ্দ্ধত যেন অপূৰ্ব আনন্দলোকত বিচৰণ কৰি যিখিনি আত্মজ্ঞান লাভ কৰিছিল, তাক প্ৰকাশ নকৰি নোৱাৰিছিল।'[১২]

নীলমণি ফুকনৰ এই চিন্তাধাৰাৰ অন্তৰালত আৰু এটি সুৰ যেন চিৰপ্ৰবাহমান। মৃত্যুৰ লগে লগে দেহৰ পতন ঘটিলেও আত্মাৰ বিনাশ হোৱা কথাটি তেখেতে গ্ৰহণ কৰিব নোৱাৰে।

"আত্মা যাৰ চিৰ সহচৰ, তাৰ পক্ষে,
অশোভন ই সংশয়বাদ : মায়ামোহ
জাল মকৰাৰ, নোৱাৰে যে

(১১) পাতনি—মৰাডালত কুঁহিপাত।

(১২) ঐ

হ'ব সিটো বন্ধন কাৰণ,
এই সূক্ষ্ম অহংকাৰ।

০ ০ ০ ০ ০ ০

অমৰণ, অভগণ আত্মাৰো ঘটে
মুহূৰ্ত্তে বিনাশন।

০ ০ ০ ০ ০ ০

হে মানৱ ! জন্ম জন্মান্তৰে পৰা নাই
পাহৰিব অস্তিত্ব নিজৰ, যদিস্যাতো
স্মৃতি ভ্ৰংশ ঘটে নিৰন্তৰে, ভ্ৰমাত্মক
কথা ইটো—সি প্ৰত্যয়ো জন্মে মনত।"

('অনন্ত কালৰ যাত্ৰী')[১৩]

"অমৰণ-অভগন আত্মাৰো ঘটে মুহূৰ্ত্তে বিনাশন"—ভাব মনলৈ আহিলেও কবিয়ে জন্ম-জন্মান্তৰে নিজৰ অস্তিত্ব পাহৰিব নোৱাৰা কথাষাৰ গুৰুত্বপূৰ্ণ।

নিজৰ স্বতন্ত্ৰ অস্তিত্ব অসীমত বিলীন হৈ যোৱা চিন্তাও কষ্টদায়ক আৰু অসাৰ। 'In Memoriam' অত লৰ্ড টেনিছনেও অতি দুখেৰে এই বুলি বৰ্ণনা কৰিছে—

"That each, who seems a separate whole,
Should move his rounds, and fusing all,
The skirts of self again, should fall
Remerging in the general soul
Is faith as vague as all unsweet."

এই "Is faith as vague as all unsweet' কথাষাৰৰ ব্যাখ্যা দিবলৈ গৈ টেনিছনৰ এজন সমালোচকে এই বুলি মন্তব্য কৰিছে,—

(১৩) মৰাডালত কুঁহিপাত—পৃ. ২



"Tennyson thinks that the emotions or 'heart' cannot be satisfied without a belief in God and immortalities, and that is the sole ground of his belief.".[১৪]

মৃত্যুৰ চৰম পৰিণতি জানি মৃত্যুৰ চিন্তা ভাবনা নাৰাখি কবি ফুকন কেতিয়াবা "মনক মৃত্যুৰ ভয়ৰপৰা' মুক্ত কৰি অনন্ত প্ৰেমত মগ্ন হৈছে।

"মৃত্যু দুৰ্ভাবনা আঁতৰে তেতিয়া
অমৃত লোকৰ বাতৰি শুনি ;
পৰি থাকে সঁজা, মুক্ত বিহঙ্গমে
বিচৰণ কৰে আকাশ জিনি।"[১৫]

('প্ৰাণৰ কথা')

মৃত্যুৰ এটি নৱোপলব্ধিৰ আভাস কবিয়ে 'প্ৰাণৰ কথা'ত ব্যক্ত কৰিছে। এই কবিতাত কবিয়ে মৃত্যুৰ ভয়াবহ কল্পনা-আশংকাৰ সমাপ্তি ঘটাইছে। কবিৰ বিমূৰ্ত কল্পনা অৱশ্যে নিবিড় ৰহস্যেৰে আবৃত হৈ ৰ'ল। পৰৱৰ্তী 'মহাপ্ৰাণ' আৰু 'মুক্তি লভিম' নামৰ কবিতা দুটাত (মৰাডালত কুঁহিপাত) সেই ৰহস্যৰ ওৰণি উন্মোচনৰ এটি ক্ষীণ প্ৰয়াস কৰিছে।

তুলনীয়: "মৃত্যু ভয় কী লাগিয়া, হে অমৃত ? দুদিনের প্ৰাণ,
লুপ্ত হলে তখনি কি ফুৰাইবে দান,
প্ৰাণ দৈন্য প্ৰভু ভাণ্ডাৰেতে তব ?" —ৰবীন্দ্ৰনাথ

অথবা,

"......Wherefore thou be wise,
Cleave ever to the sunnier side of doubt
And cling to faith beyond the forms of Faith."
The Ancient sage : Tennyson.

(১৪) Commentary on 'In Memoriam', by Bradley P.—61.

(১৫) মৰাডালত কুঁহিপাত—পৃ. ২১

'সুন্দৰ তুমি ক'ত' কবিতাৰ শেষৰ শাৰী ছুটালৈ লক্ষ্য কৰিলে দেখা যাব—তাত যেন তেখেতে এটি পক্ষীৰ দৰে ক্ৰন্দন কৰিছে—

"বাট চাই ৰ'লো—সুন্দৰ আহিব
ইপাৰত মই—কোনে কৈ দিব
মোৰনো সুন্দৰ ক'ত ?"

আকৌ তাৰ পাছতেই তেখেতৰ দৰ্শনে সিদ্ধান্তত উপনীত হৈছে—এই বিশ্ব-সংসাৰৰ প্ৰতিটো অণু-পৰমাণুৰ অংগতেই চিৰসুন্দৰ বিৰাজমান,

"য'তে দেখো ৰূপ
ত'তে অপৰূপ
হ'ই দেখা দিয়া
চিৰ সুন্দৰ ।" ( চিৰ সুন্দৰ )[১৬]

গতিকে ইয়াৰ মাজত 'মৃত্যু-সংশয়'ৰ আৱশ্যকতা ক'ত ? মৰণ মাথোন এটা দৈহিক বিকাৰ। শ্ৰীমদ্ভগৱদ্গীতাৰ ২২ নম্বৰ শ্লোকত আছে,—

"বাসাংসি জীৰ্ণানি যথা বিহায়
নৱানি গৃহ্ণাতি নৰোহপৰাণি ।
তথা শৰীৰাণি বিহায় জীৰ্ণা
ন্যন্যানি সংযাতি নৱানি দেহী ॥"

'মৰা ডালত কুঁহিপাত' কবিতাপুথিৰ 'প্ৰাণৰ কথা'ত এই কথা ব্যক্ত কৰি কবিয়ে 'জিঞ্জিৰি' কবিতা পুথিৰ 'অফুৰন্ত আনন্দ' নামৰ কবিতাত বহল ব্যাখ্যা দাঙি ধৰিছে,—

"মোৰ বাবে মেলি দিব নালাগে শিকলি,
বান্ধি থোৱা ভালকই কাৰাৰ দুৱাৰ ;

* * * *

ভেলটো সোধালো আজি তোমাৰ হাতত,
হব পাৰে অধিকাৰী শগুনো শৰৰ ;

(১৬) 'মানসী'—পৃ. ৫৬



সাৱধান ! নাই হলে তোৰ অধিকাৰ !
আত্মাৰ ভিতৰ খোঁটালী সোমাবৰ !"

কাব্য-স্ৰোতত হঠাৎ যেতিয়া জোৱাৰৰ ঢৌ আহি খলকনি তুলি কাব্যক বিক্ষুব্ধ কৰি তোলে, তেতিয়া প্ৰায়েই কবিৰ নিঃশব্দ প্ৰস্তুতি মনোলোকলৈ গমন কৰে। তেনে সময়তে কবিৰ সমসাময়িক ৰচনাতো তাৰ নানান ছাপ পৰে। এই ছাপ কেতিয়াবা স্পষ্ট, কেতিয়াবা সূক্ষ্ম, আকৌ কেতিয়াবা মাত্ৰ অনুভূতি-গ্ৰাহ্যহে হয়। 'সন্ধানী'ৰ সূক্ষ্মভাৱ 'মৰা ডালত কুঁহিপাত'ত আৰু পাছৰ দুই এখন কবিতা পুথিত কেৱল মাত্ৰ অনুভূতি গ্ৰাহ্যহে হৈছে।

"জ্বলে দীপমালা — অগণন তৰা,
সন্ধিয়া বেলিকা গগণত ;
তাৰেই আৰতি কৰিম দেৱতা,
বন্তি সুমালে মন্দিৰত ।
নই সিপাৰত পৰিছে বালিৰ
চাপৰি, দিগন্ত আছে জুৰি
উশাহ নাপালে মনৰ কুন্ধিত
তাতে পাম বায়ু সেৰি ফুৰি······ ।"
( স্বৰ্ণময় )[১৭]

এই আবেগময়ী ভাৱ-প্ৰৱণতাই হ'ল কবিৰ চৰম পুলক-বাণী। পৰলোকতত্ত্বৰ এনে আশা আৰু বিশ্বাস হয়তো খুব কম সংখ্যক কবিৰ অন্তৰতহে প্ৰকাশ পাইছে। কবিয়ে তেখেতৰ 'দৃষ্টি-দীপ্ত' চকুৰে সদায় উপলব্ধি কৰিছিল, স্বৰ্গ ৰাজ্য দূৰত নহয় ; বৈকুণ্ঠৰ বাবে মিছাকৈয়ে কষ্ট কৰিব নালাগে ; এই বিশ্ব-সংসাৰতেই স্বৰ্গৰাজ্য পাব পাৰি,—

"স্বৰ্গ - নৰক কবিৰ কল্পনা
নহয় সুকীয়া ঠাই ।

(১৭) সন্ধানী—পৃ. ১৭

পাপত নৰক, পুণ্যত সৰগ
ইয়াতেই ভোগা যায় ॥

*     *     *     *

পাপ-পুণ্য বোধ লগতেই আছে।
তাতেই নৰক, স্বৰ্গ বিৰাজিছে ॥"

(স্বৰ্গ-নৰক)[১৮]

নতুবা,

"জানা তুমি গতিশীল ই জগত !
নাই তাৰ আন গত্যন্তৰ : অনন্ত পথৰ
যাত্ৰী তুমি, পাৰ হোৱা মাথো
ভৱ - সংসাৰ—যাত্ৰা পথে সুখৰেই ঠাই :
যদিও নহয় ইটো শেষ ঠাই গন্তব্যপথৰ—
কাম্যভূমি, চিৰ জীৱনৰ—

*     *     *     *

হে মানৱ !
ধৰা খনিতেই চোৱা প্ৰতিবিম্ব পৰে
যাত্ৰা পথে গৈ আছা যাৰ উদ্দেশ্যেৰে।"

( অনন্ত কালৰ যাত্ৰী )[১৯]

অকালতে প্ৰাণ হেৰুৱা কবি কীটছৰ কথা সেই সময়ৰে আন এগৰাকী স্বনামধন্য কবি শেলীয়ে এই বুলি বৰ্ণনা কৰিছিল—

"He is a presence to be felt and known.
In Darkness and in light, from herb and stone
Spreading itself where'er that power may move."[২০]

---

(১৮) জ্যোতিকণা—পৃ. ৯৩
(১৯) মৰাডালত কুঁহিপাত—পৃ. ২-৩
(২০) Adonais.



ভোগদৈ এতিয়া ভোগৰতী পানীৰে উপচি পৰিছে। পাৰৰ ৰূপালী বালি এতিয়া নতুন পানীয়ে সাৰটি লৈ লুইতলৈ ঢাপলি মেলিছে ; লগত লৈ গৈছে শতিকাৰ সাক্ষী ভীষ্ম প্ৰতিম ককা নীলমণি ফুকনৰ শেষ আশ্ৰয় থলীখন। সেই পানী, সেই বালিৰেই পুষ্ট লুইতে আকৌ মহা-সমুদ্ৰলৈ গতি কৰিছে। অনন্ত সমুদ্ৰই সেই পানীকে আকৌ বাষ্পাকাৰে পুনৰ পৃথিৱীলৈ নমাই দিছে—এয়েই যেন বিশ্ব-নিয়ন্তাৰ ধৰ্ম। সেই ধৰ্ম, সেই মহাব্যোমৰ সুৰ যেন ধ্বনিত হৈছে ঋক্‌বেদত—

"যত্তে বিশ্বমিদং জগন্মনো জগাম দুৰকং।
তত্ত আৱৰ্তায়ামসীহ ক্ষয়ায় জীৱসে ॥"

(১০-৫৮-১০)

ফুকনৰ আত্মাও আজি সেই মহাবিশ্বত ব্যাপ্ত হৈ গৈছে। আমি সেই মহান আত্মাক পুনৰ আহ্বান কৰিছোঁ তেওঁ যেন পুনৰ আহি চিৰকাল অসমতে বাস কৰক,—চিৰজীৱী হওক !!



# অসমীয়া সাহিত্যৰ বুৰঞ্জীত নীলমণি ফুকনৰ স্থান

—শ্ৰীনাৰায়ণ দাস

অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ বিস্তীৰ্ণ ক্ষেত্ৰত নীলমণি ফুকন এটি বহুশ্ৰুত নাম। তেওঁ এহাতে যেনেকৈ ৰাজনীতিক, সমাজনীতিক আৰু সুবক্তা, আনহাতে তেনেকৈ তেওঁ কবি, চিন্তাশীল নিবন্ধকাৰ আৰু সাংবাদিক। সংবাদ-সেৱাৰ নিঃস্বাৰ্থভাৱ লৈয়ে ফুকন ডাঙৰীয়াই সাহিত্যৰ বহল ক্ষেত্ৰত পদাৰ্পণ কৰে। জয় জয়তে তেওঁ ডিব্ৰুগড়ৰপৰা প্ৰকাশিত 'আলোচনী' নামৰ মাহিলী কাকতৰ সম্পাদনাৰ ভাৰ কান্ধপাতি ললে যদিও সেই কাকতখনি সৰহদিন নচলাত অসমৰ প্ৰখ্যাত চাহ-খেতিয়ক শিৱপ্ৰসাদ বৰুৱাই 'আসাম প্ৰিণ্ট হাউচ'ৰ পৰা ইংৰাজী ১৯৩১ চনত প্ৰকাশ কৰা 'সাপ্তাহিক বাতৰি' সম্পাদনাৰ ভাৰ গ্ৰহণ কৰে। ফুকনৰ ঐকান্তিত প্ৰযত্নত সাপ্তাহিক বাতৰিয়ে 'দৈনিক' বাতৰিলৈ অগ্ৰসৰ হৈ ১৯৩৭ চনলৈ বৰ্তি থকাটো অসমীয়া সংবাদ পত্ৰৰ জগতত এটি বিস্ময়। ইয়াৰ জৰিয়তে ফুকন ডাঙৰীয়াই আগবঢ়োৱা সেৱাৰ কথা অসমীয়া সংবাদ পত্ৰৰ ইতিহাসত স্বৰ্ণোজ্জ্বল হৈ ৰ'ব। বুৰঞ্জীবিদ্ শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়াৰ মন্তব্য এটি এইখিনিতে স্মৰণীয়: "বাতৰি জন্ম হোৱাৰ লগে লগে এটা ডাঙৰ ৰিষ্ট লাগি আহিছিল; সেইটোৱেই হৈছে "বৃহত্তৰ বাংলা।" শ্ৰীহট্টই আছিল অসমক কোঙা কৰা সেই বৰবিহৰ বৰকোঠ। তাতে খোপানিলৈ অজগৰে গিলাদি অসমৰ ভাষা-সাহিত্য, জাতীয়তা, শিক্ষা-সংস্কৃতি সকলো গিলি আহি তেজপুৰ পাৰ হৈছিলহি। আমাৰ ভাৰতপ্ৰেমিক দেশ-প্ৰেমিকসকলৰ আদৰ্শই ইয়াৰ বিৰুদ্ধে তুং শব্দ এটাও নকৰিছিল। বাতৰিত অসমীয়াৰ ভৱিষ্যত মংগলামংগল চিন্তাত ব্যাপৃত থকাসকলৰ মানত এই আদৰ্শ



বিহগুটি যেন তিতা আছিল। এই দুই আদৰ্শৰ সংঘৰ্ষত যি বৰ বিহৰ উৎপন্ন হৈছিল, তাক 'হৰবিস্তহৰ পানীকৃত হৈ পৰ' বুলি ন্যূনাধিক অষ্টশক্তিৰ অধিকাৰী বুলি নীলমণি ফুকনেহে উৰাই দিব পাৰিছিল। সেই শক্তিৰ বিভূতি যেতিয়া ধাৰাসাৰে 'বাতৰি'ত ওলাবলৈ ধৰিলে, অসমৰ ইমূৰৰপৰা সিমূৰলৈকে খলক লাগি গ'ল—'শ্ৰীহট্টবিচ্ছেদ'; বৃহত্তৰ বাংলা হওক, বুৰঞ্জীৰ পুনৰ অভিনয় হওক, পুৰণি অসম নকৈ চাওক, সাজী-সখিৰ মিল হওক, মগ্‌লৌ জীয়েকৰ পুখুৰীত মণিপুৰৰ হাড় জীৱন দিয়ক। পৰ্বত-ভৈয়ামৰ মাজত সোণালী সাঁকো বান্ধক—এনেবোৰ বিভূতিকে বিলাই দিছিল, পৰমশ্ৰদ্ধাস্পদ বাগ্মীবৰ কবি, সাহিত্যিক, ৰাজনীতিক, সংহতি-সাধক শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াৰ সম্পাদিত দৈনিক বাতৰিয়ে।"[1]

বৰ্তমান শতকৰ চতুৰ্থ দশকত অসমীয়া জাতিৰ অস্তিত্ব সম্পৰ্কে প্ৰচলিত দুৰ্ভাবনাৰ ফটফটীয়া চিত্ৰৰে 'বাতৰি' অনুৰঞ্জিত। তদুপৰি প্ৰাক্-যুদ্ধকালীন অসমৰ সমাজ, শিক্ষা আৰু সংস্কৃতিৰো ভিন্ন দিশৰ দলিলৰূপে 'বাতৰি'ৰ ঐতিহাসিক মূল্য কোনোপধ্যেই নুই কৰিব নোৱাৰি। 'বাতৰিৰ বিভূতি'ৰ (১৯৭৭) বহুবোৰ কথাই ফুকন ডাঙৰীয়াক ভৱিষ্যৎ দ্ৰষ্টাৰ ৰূপত আত্মপ্ৰকাশ কৰিবলৈ সুযোগ দিয়াটো আনন্দৰ কথা। দৃষ্টান্ত স্বৰূপে "আন আন দেশত শাৰীৰিক যোগ্যতাৰ জোখ আছে, আমাৰ দেশতো সেই অনুক্ৰমে পৰীক্ষা কৰি সকলো ডেকাকে এই শিক্ষা দিয়া উচিত। এই শিক্ষা একৰকম স্কুল কলেজতো বাধ্যতামূলক কৰিবৰ দিন আহিছে।"[2] "অসমীয়া জাতিৰ প্ৰকৃত শক্তিপূজা হ'ব সেইদিনা—যিদিনা অসমীয়া মানুহে কালৈকো হাতপাতি চলিব লগা নহ'ব। সেই কাম পৰিযোৱা জাতি এটাৰ পক্ষে কোৱা মাত্ৰেই সিদ্ধি হোৱা বিধৰ হ'ব নোৱাৰে। তাৰ বাবে যিমানদূৰ আন্তৰিকতাৰ দৰকাৰ, সেই কথা সকলোৱে

(১) বাতৰিৰ বিভূতি, অসম সাহিত্য সভা, ১৯৭৭, পাতনি, পিঠি ২—৩
(২) ঐ, পিঠি ১৮

ভাবিচোৱা উচিত।"[৩] "আমি অসমীয়া সংজ্ঞাত কোনো ধৰ্ম-সম্প্ৰদায় জাত-কুল বিশেষভাৱে নিবিচাৰোঁ। যেয়ে অসমীয়া ভাষা মাতৃভাষা বুলি গ্ৰহণ কৰিব, যেয়ে অসমৰ বাহিৰে আৰু এখন স্থায়ীঘৰ প্ৰকাৰান্তৰেও ৰাখি নিজক ইয়াৰ স্থায়ী আলহী যেন বিবেচনা নকৰে, যাৰ অৰ্থনৈতিক স্বাৰ্থ অসমত ঘাইকৈ থাকিব, স্থূলভাৱে তেওঁকেই আমি অসমীয়া বুলি গ্ৰহণ কৰিম।"[৪]

অসমীয়া কাব্যাকাশত ৰমন্যাসৰ অন্তিম পোহৰকণো যেতিয়া স্তিমিতপ্ৰায়, থিক সেই ক্ষণতহে সংবাদসেৱী ফুকন ডাঙৰীয়াৰ কবি জীৱনৰ শুভ আৰম্ভণ! সেই আৰম্ভণো বিস্ময়-বিমিশ্ৰিত। ১৮৫৯ শকৰ ৭ পুহ। সেইদিনা ফুকনদেৱ 'বাতৰি'ৰ কাৰ্যালয়লৈ যোৱাৰ আৰু প্ৰয়োজন নহ'ল। বিষণ্ণ মনেৰে তেওঁ আপোন ঘৰত বহি আছে। বাহিৰত কুঁৱলীয়ে ঢকা আকাশ। কবিৰ মনতো অনিশ্চয়তাৰ কুহেলিকা। বাহিৰে-ভিতৰে ছানি থকা এই কুঁৱলীয়ে জন্মদিলে এটি চতুৰ্দশপদী কবিতাৰ: "যিমানে কুঁৱলী ঠেলি যাওঁ আগবাঢ়ি / সিমানে ধুৱঁলি হয় দশোদিশ মোৰ/ক্ষীণদৃষ্টি চকুযুৰি থৰ লাগি ৰ'ল, / গাৰ নোম দেখো মোৰ হ'ল বহুদূৰ // ০০০ চিদাকাশ জ্যোতিৰ্ময়ে কৰিলে পোহৰ / গুচিব সকলো মোৰ কুঁৱলী মনৰ //'[৫] ইয়াৰ পাছৰেপৰা ফুকনৰ জীৱনত চলিল বিৰাম বিহীন কবিতাৰ কচৰৎ। ফুকন ডাঙৰীয়াৰ কবিতাৰ মূল সুৰটি ৰমন্যাসিক হ'লেও তাত উদ্দাম যৌৱনৰ কামনা-বাসনা লেশ মানো পাবলৈ নাই। সৌন্দৰ্যৰ সম্মোহন সুৰত তেওঁ মুগ্ধ হলেও সচৰাচৰ কবিৰ দৰে আপোন পাহৰা নোহোৱাটো লক্ষ্যনীয় কথা। ৰহস্য-সন্ধানী ফুকনৰ এচাম কবিতাৰ মাজেদি ভাৰতীয় দৰ্শনৰ বিভিন্ন ভাবধাৰাৰ ছন্দোময় প্ৰকাশ সহজে চকুত পৰে। উপলব্ধিৰ যোগেদি পৰম পুৰুষৰ 'জ্যোতিকণা' পাবলৈ ব্যাকুল হোৱা কবিৰ ৰাহস্যিক

(৩) বাতৰিৰ বিভূতি, অসম সাহিত্য সভা, ১৯৭৭, পাতনি, পিঠি ৪৪
(৪) ঐ, পিঠি ২৯
(৫) কুঁৱলী, জ্যোতিকণা, পিঠি ৩



ভাৱধাৰা 'মানসী' (১৯৪৩), 'সন্ধানী' (১৯৫৩) আৰু 'মৰা ডালত কুঁহিপাত' (১৯৬৫)ৰ ভিতৰেদি পল্লৱিত হৈছে। প্ৰকৃতিৰ পাৰভঙা সৌন্দৰ্য আকণ্ঠপান কৰা কবিয়ে অৱশেষত চিন্ময় পুৰুষৰ সন্ধানত অন্তৰ্মুখী সৌন্দৰ্যৰ সোঁতত পাৰি দিছে। বহিঃসৌন্দৰ্যত অতৃপ্ত ভাৱধাৰাৰ ছন্দোময়ী প্ৰকাশেই 'মানসী'।[৬] কবিয়ে নিজে ক'ব নোৱাৰে মানসী কোন,—অথচ তেওঁ অনুভৱ কৰিছে যে মানসী তেওঁৰ "প্ৰেয়সী, শ্ৰেয়সী, সহচৰী অথচ জীৱন-পথৰ অচিনাকি।"[৭] ভূমাৰ সীমাহীন সৌন্দৰ্য চাক্ষুষ দৃষ্টিৰে চোৱাৰ দুৰন্ত হেপাহ পদুমনি, মধুমতী আৰু ঋতুমতীত মূৰ্তিমান। অৰূপৰ ৰূপ, সুন্দৰৰ লীলা আৰু চিৰসুন্দৰ কবিতায়ো কবিৰ অন্তৰ্মুখী জটিল পথ-চাৰণাৰ স্বাক্ষৰ বহন কৰিছে।

'সন্ধানী' মানসীৰ ভাৱধাৰাৰে পুনৰুক্তি মাত্ৰ। কবিৰ নিজৰ কথাৰেই, "সৃষ্টিৰ আদি আৰু অন্ত ক'ত—সেই কথা অজ্ঞেয় আৰু অব্যক্ত। অনন্ত কালৰপৰা তাৰ সন্ধান চলি আহিছে যদিও তাৰ যে বিৰতি কাহানিবা হ'ব—সেই কথা মনে কল্পনাৰ ভিতৰলৈকো আনিব পৰা নাই। সেই সন্ধানতে সৃষ্টিৰ-সকলো প্ৰকাৰ বিকাশ আমি চকুৰ আগতে দেখিছোঁ। তাৰ পৰিণতি কি হ'ব সেই কথাকো শেষ মীমাংসাৰ ভিতৰলৈ আনিব পৰা সম্ভৱপৰ বুলি মানুহৰ বুদ্ধি-যুক্তি-তৰ্কই সিদ্ধান্ত কৰিব পৰা নাই।"[৮] আধ্যাত্মিক ক্ষুৰধাৰ পথত আগবঢ়া কবিয়ে সাধনাৰ বলত পৰজনক দেখাৰ লগে লগে সৃষ্টিৰ সকলো হৈ পৰিল সুন্দৰ—জন্ম মৃত্যুৰ ব্যৱধানো আঁতৰি গ'ল। "ধৰিত্ৰীখনি পুৰণি চিনাকি আপোনজন" হৈ পৰিল। তথাপি কবিয়ে ভাবে, মৃত্যুৰ সিপাৰতহে যেন সুন্দৰৰ সৈতে তেওঁৰ হ'ব

(৬) মনেৰে গঢ়িলোঁ / প্ৰতিমা তোমাৰ / থাপনা কৰিলোঁ / হৃদয়ত / বৰণ কৰিলোঁ/প্ৰাণৰ মাজত/আৰাধিলোঁ ৰূপ/অন্তৰত //—মানসী : মানসী।
(৭) আগকথা, মানসী
(৮) পাতনি, সন্ধানী

